# এশ বছৰৰ অসমীয়া কবিতাত
# ৰোমাণ্টিক ধাৰা

ড° নমিতা ডেকা




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট- ৭৮৫০০১

*ASHA BOSORAR AXOMIA KOBITAT ROMANTIK BHABDHARA* **:** A collection of articles containing critical analysis of Assamese poetry written by Namita Deka, *published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001.* *Price ₹ 100.00*

# এশ বছৰৰ অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা

**গ্ৰন্থস্বত্ব ঃ**
অসম সাহিত্য সভা

**প্ৰকাশক ঃ**
**ড° পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট- ৭৮৫০০১

**প্ৰথম প্ৰকাশ ঃ**
জানুৱাৰী, ২০১২ খ্ৰীষ্টাব্দ

**প্ৰচ্ছদ আকোঁতা ঃ**
**মনজিৎ ৰাজখোৱা**

**মূল্য ঃ১০০.০০ টকা**

**মুদ্ৰক ঃ**
**ভৱানী প্ৰিন্ট এণ্ড পাব্লিকেশ্যনচ্**
**ৰাজগড় ৰোড, গুৱাহাটী-৭**

## প্ৰধান সম্পাদকৰ এষাৰ

অসমীয়া ৰমন্যাসিক কাব্য-সাহিত্যৰ ইতিহাস বৰ্ণিল তথা ঐশ্বৰ্যমণ্ডিত। এই কাব্য-সাহিত্যৰ ধাৰা সম্পৰ্কে বহু আলোচনা প্ৰকাশ পাইছে যদিও সামগ্ৰিকভাৱে এশ বছৰীয়া ৰমন্যাসিক অসমীয়া কবিতাৰ সম্পৰ্কে বিশদ আলোচনা গ্ৰন্থ প্ৰকাশ হোৱা নাই। এই ধাৰাটি সম্পৰ্কে সঘনাই চিন্তা-চৰ্চা কৰা ড° নমিতা ডেকাই সভাৰ অনুৰোধমৰ্মে **এশ বছৰৰ অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা** শীৰ্ষক এখনি গ্ৰন্থ সভাক প্ৰকাশৰ বাবে আগবঢ়াইছে। গ্ৰন্থখনিয়ে এই বিষয়ৰ ছাত্ৰ-ছাত্ৰী, গৱেষক-পণ্ডিতৰ কিঞ্চিতমানো উপকৃত কৰিলে নিশ্চয় সভাৰ উদ্দেশ্য সাধিত হ'ব।

গ্ৰন্থখনি প্ৰকাশৰ প্ৰস্তুতিত প্ৰকাশন সমিতিৰ আহ্বায়ক শ্ৰী শৈলেন কুমাৰ ৰাজবংশী, বেটুপাত শিল্পী শ্ৰী মনজিৎ ৰাজখোৱা, অক্ষৰ বিন্যাস কৰোঁতা, বৰ্ণশুদ্ধি চাওঁতা সবালৈকে সভাৰ তৰফৰ পৰা আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

**চিৰ চেনেহী মোৰ ভাষা জননী!**

**পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# আগ-দুৱাৰতে

পঢ়িব পৰা হোৱাৰে পৰাই কবিতাৰ প্ৰতি মোৰ অদম্য হেঁপাহ। বিশেষকৈ অসমীয়া কবিতা পঢ়ি মই বৰ আনন্দ লাভ কৰি আহিছোঁ। কবিতা বুজি পাব পৰাকৈ প্ৰয়োজন হোৱা হৃদয় আৰু মগজুকে লৈ কবিতা সম্পৰ্কীয় গ্ৰন্থ আৰু প্ৰবন্ধ ৰচনা কৰিছোঁ যদিও কবিতাৰ বহু দিশেই যেন এতিয়াও চালি-জাৰি চাব পৰা নাই। কবিতাৰ প্ৰতি থকা মোৰ আগ্ৰহলৈ লক্ষ্য কৰিয়ে হয়তো অসমৰ জাতীয় সম্পদ 'অসম সাহিত্য সভা'ৰ ফালৰপৰা 'এশ বছৰৰ অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা' শীৰ্ষক এখনি গ্ৰন্থ প্ৰণয়নৰ বাবে মোলৈ এটি প্ৰস্তাৱ আগবঢ়োৱা হ'ল। প্ৰস্তাৱটো পাই কিছু শঙ্কিত হৈছিলোঁ যদিও মৰসাহ কৰি এই গুৰু দায়িত্ব পালন কৰিবলৈ শিৰপাতি ললোঁ। এনে এখনি গ্ৰন্থ ৰচনাৰ দায়িত্ব মোলৈ আগবঢ়োৱা বাবে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীলৈ মোৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। গ্ৰন্থখনি ৰচনাৰ সময়ত মোলৈ বিভিন্ন ধৰণে সহায়-সহযোগিতা আগবঢ়োৱা শ্ৰীযুত তৰুণ চন্দ্ৰ ডেকাৰ আন্তৰিক শলাগ ল'লোঁ।

অসমীয়া কবিতা পঢ়ি মোৰ মনত উদ্ভৱ হোৱা অনুভৱ আৰু চিন্তাকে গ্ৰন্থখনিত দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। ইয়াৰ মাজতে ৰোমাণ্টিক ধাৰাৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব প্ৰদান কৰা হৈছে। গ্ৰন্থখনিত থাকিব পৰা ভুল-ভ্ৰান্তি নিশ্চয় ক্ষমণীয় হ'ব। পাঠকসমাজে গ্ৰন্থখনি আদৰি ল'লেহে অসম সাহিত্য সভাৰ মোৰ প্ৰতি প্ৰদৰ্শিত আস্থা আৰু মোৰ শ্ৰমৰ সাৰ্থকতা প্ৰতিপন্ন হ'ব।

নমিতা ডেকা

# সূচীপত্ৰ

# প্ৰাক্‌কথা

অসমীয়া কবিতা দীঘল ইতিহাসৰ সাতসৰীৰে মহিমামণ্ডিত। সাহিত্যৰ বিশেষ ভাগ কবিতাৰ বিষয়ে আলোচনা কৰিবলৈ ওলালে মনলৈ আহে বাল্মীকিৰ কাব্যসৃষ্টিৰ সেই ক্ষণটোলৈ; য'ত মৈথুনৰত ক্ৰৌঞ্চ এহালিৰ এটিয়ে ব্যাধৰ শৰত বিদ্ধ হৈ মৃত্যুক আঁকোৱালি লৈছিল; বিচ্ছেদৰ বেদনাই বিহ্বল কৰি তুলিছিল আনটি চৰাইক; সেই বিহ্বলতাই কৰুণ ৰসত সিক্ত কৰি তুলিছিল বাল্মীকিৰ ব্যথিত হৃদয়; উচ্চাৰিত হৈছিল কাব্যজগতৰ প্ৰথম ফাঁকি শোক কবিতা—'মা নিষাদ প্ৰতিষ্ঠাং ত্বম গমঃ শাশ্বতী সমাঃ। যৎ ক্ৰৌঞ্চ মিথুনাদেকমৱধীঃ কামমোহিতম্'।। অসমীয়া কবিতাৰো প্ৰথম ফাঁকি কবিতাৰ উল্লেখ কৰিবলৈ হ'লে লোক কবিতাৰ সেই মুখ-বাগৰা কাব্যৰ জগতখনলৈ উভতি চাবলগীয়া হয়। কিন্তু তাতো কিছু অসুবিধাৰ সন্মুখীন হ'বলগীয়া হয়। কাৰণ কবিতা অথবা সাহিত্যৰ ইতিহাস ৰচনা কৰিবলৈ প্ৰয়োজন হয় তাৰ লিখিত ৰূপৰ। সেয়েহে মৌখিক সাহিত্যই এইক্ষেত্ৰত বিশেষভাৱে সহায় নকৰে যদিও অসমীয়া কবিতাৰ আগলি কলপাতত এগছি অক্ষয় প্ৰদীপ হৈ পোহৰ বিলাই থাকে। এই পোহৰত আমি দেখা পাওঁ কবিতাৰ সৌন্দৰ্য্যময়ী আৰু লাস্যময়ী ৰূপ। দেখিবলৈ পাওঁ—

"মালিনীৰ বাৰীতে পৰি ফুলকোঁৱৰে মিচিকাই পেলালে হাঁহি।
সেউতি মালতি তগৰ গুটিমালী সবেও মেলিলে পাহি।।
কাঠৰ পখীঘোঁৰা এৰি ফুলকোঁৱৰে চৌদিশে মাৰিলে শূল।
সেউতি মালতি তগৰ গুটিমালী সবেও মেলিলে ফুল।।"

সেইদৰে আইনামৰ মাজেদি আইৰ সাতে ভনী-উজাই আহে, বিহুগীতৰ নাচনীজনীৰ "ককাঁল খামুচীয়া খোপা উধনীয়া চাই থাক চাই থাক লাগে"। মৌখিক যুগৰ এই গীতি-কবিতাবোৰৰ বুকুতে লুকাই আছে অসমীয়া কবিতাৰ জীয়া বীজ।

অসমীয়া কবিতাৰ লিখিত ৰূপৰ ইতিহাস পোৱা যায় চৰ্য্যাপদ ৰচনাৰ

সময়ৰপৰা। সহজীয়া বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ 'চাৰ্য্যাচৰ্য্য-বিনিশ্চয়'ৰ পৰা খৃষ্টীয় দশম-একাদশ শতিকাৰপৰা আৰম্ভ কৰি চতুৰ্দশ শতিকা পৰ্য্যন্ত সাহিত্যিক নিদৰ্শন লাভ কৰিব পাৰি। প্ৰাচীনতম অসমীয়া কবিতা হিচাপে চৰ্য্যাপদবোৰলৈ আঙুলিয়াব পাৰি। লিখিত ৰূপত লাভ কৰা প্ৰাচীনতম নিদৰ্শন চৰ্য্যাপদৰপৰাই আৰম্ভ হৈছে অসমীয়া কবিতাৰ ইতিহাসৰ ধাৰা। প্ৰথমটি চৰ্য্যাত উল্লেখ থকা 'কাআ তৰুবৰ পঞ্চবি ডাল। চঞ্চল চীএ পইঠো কাল'।। কাব্য দুশাৰীয়ে অসমীয়া কবিতাৰ প্ৰাচিন নিদৰ্শন দাঙি ধৰে। কবীন ফুকনে তাৰ আধুনিক অসমীয়া ৰূপ দাঙি ধৰিছে এনেদৰে,

"কায়াটি এজুপি তৰু, পাঁচোটি তাৰ ডাল।
চঞ্চল চিত্তত প্ৰৱেশেহি কাল।।"[১]

এই চৰ্য্যাৰ ভাবানুসৃত দেহবিচাৰ গীতত কোৱা হৈছে,

"স্রজিলে বিধিয়ে দেহা-বিৰিখৰে নাওঁ।
পাঁচটা বণিকে সদা দিয়ে তাতে ভাও।।
অথিৰ চিতৰ নৌকা কাণ্ডাৰী বিহীন।
প্ৰবেশিয়া মহাকাল মাৰে চিন-ভিন।।" ইত্যাদি

এই চৰ্য্যাৰ লগত শঙ্কৰীযুগত সৃষ্ট বৰগীতবো শব্দ আৰু ভাবৰ মিল আছে। উদাহৰণ স্বৰূপে দাৰিকপাদৰ বৰাড়ী ৰাগৰ ৩৪ নং চৰ্য্যাৰ কাব্যাংশ উল্লেখ কৰিব পাৰি,

"কিন্তো মন্তে কিন্তো তন্তে কিন্তোৰে ঝাণবখানে।
অপাইটান মহাসুহলীলেঁ দুলখ পৰম নিবাণেঁ।।
দুঃখেঁ সুখেঁ একু কৰিআ ভুঞ্জই ইন্দী জাণী।
স্বপৰাপৰং ন চেবই দাৰিক সঅলানুত্তৰ মাণী।।"

শঙ্কৰদেৱৰ বৰগীতত পোৱা যায়,

"তিৰীথ বৰত তপ জপ যাগ যোগ যগুতি।
মন্ত্ৰ পৰম ধৰণ কৰম কৰত নাহি মুকুতি।।
মাতু পিতু পতানি তনয় জনয় সব মৰনা।
চাৰহু ধন্ধ মানস অন্ধ ধৰতু হৰি চৰণা।।"

ইত্যাদি

১। অসমীয়া কবিতাৰ প্ৰবাহ (প্ৰথম খণ্ড), প্ৰথম প্ৰকাশ, ১৯৯৫, পৃঃ ২২



অসমীয়া সাহিত্যৰ বিশ্লেষণ, বিশেষকৈ অসমীয়া কবিতাৰ ধাৰাৰ ইতিহাস নিৰ্ণয়ত চৰ্য্যাপদসমূহৰ বিশেষ মূল্য আছে। চৰ্য্যাপদৰ ভাষাত এটা সাংকেতিক ৰূপ নিহিত হৈ আছে যদিও এইবোৰ আছিল সাধাৰণ মানুহৰ ওচৰচপা। অৱশ্যে সকলোবোৰ চৰ্য্যাপদেই কাব্যিক মূল্য থকা বিধৰ নহয়। ইয়াৰ বিপৰীতে তত্ত্বৰ ব্যাখ্যাৰে এইবোৰ ভাৰাক্ৰান্ত। এই প্ৰসঙ্গত পৰীক্ষিত হাজৰিকাৰ এটি মন্তব্য উল্লেখনীয়—"ইয়াৰ তত্ত্বকথা সহজবোধ্য কৰিবলৈ উপমা, ৰূপক আদি অলঙ্কাৰৰ সহায় লোৱা হৈছে। ৰূপকৰ মাধ্যমত তত্ত্ব-কথা স্পষ্ট হয় আৰু ইন্দ্ৰিয়-জগতৰ বোধগম্য হৈ পৰে। সেইকাৰণে চৰ্য্যাৰ ৰচক সকলে দুৰ্বোধ তত্ত্ব বুজি পাবলৈ বস্তু-জগতৰপৰা, সৰ্বসাধাৰণ লোকৰ প্ৰাত্যহিক ক্ৰিয়া কৰ্মৰ অভিজ্ঞতাৰপৰা বিবিধ ৰূপক গ্ৰহণ কৰিছে। স্থূল দৃষ্টিৰে চালে এই ক্ষেত্ৰতেই চৰ্য্যাৰ কাব্যিক সৌন্দৰ্য্য বিচাৰি পাব পাৰি।"[২] অসমীয়া কবিতাৰ ধাৰাৰ যি কাব্যিক প্ৰমূল্য, সেইক্ষেত্ৰত চৰ্য্যাপদৰ বিশেষ গুৰুত্ব আছে। এই দৃষ্টিকোণৰপৰাই ডিম্বেশ্বৰ নেওগে মন্তব্য দিছে, "সাহিত্যৰ ফালৰপৰা ইয়াৰ অতি সৰহখিনি গীতেই অতীৱ সৌন্দৰ্য্যব্যঞ্জক আৰু ধৰ্মতত্ত্ব বা দাৰ্শনিক তথ্যৰ ফালৰপৰা বহুমূলীয়া।"[৩] অসমীয়া কবিতাৰ লিখিত ইতিহাসৰ প্ৰথম নিদৰ্শন হিচাপে চৰ্য্যাপদৰ কথা ক'বলৈ গৈ বৌদ্ধ সিদ্ধাচাৰ্য্য মীননাথৰ সম্পৰ্কেও কিছু কথা ক'ব পাৰি। সিদ্ধ মীননাথ কামৰূপৰ কৈৱৰ্ত্ত আছিল। ড° মহেশ্বৰ নেওগৰ মতে 'বজ্ৰাচাৰ্য্য সিদ্ধসকলৰ ভিতৰত কেইবাজনৰো নাম কামৰূপৰ লগত জড়িত।'[৪]

চৰ্য্যাপদৰ পিছৰ প্ৰায় চাৰিশ বছৰ কাল অসমীয়া সাহিত্যৰ ক্ষেত্ৰত এক দীঘলীয়া শূন্যতাই বিৰাজ কৰে। কিন্তু ইয়াৰ পিছতেই অসমীয়া কাব্য-সাহিত্যই এক বিশেষ ৰূপ আৰু গতি লাভ কৰিবলৈ সমৰ্থ হয়। চতুৰ্দশ শতিকাৰ এই কাব্যসমূহ ৰচনাত মুখ্য প্ৰেৰণা আছিল ৰজাঘৰীয়া পৃষ্ঠপোষকতা। মধ্যযুগ অথবা প্ৰাক্‌শঙ্কৰী যুগৰপৰাহে যথাৰ্থত অসমীয়া কবি আৰু কবিতাৰ সৃষ্টি হয় বুলি ক'ব পাৰি। এই সময়ৰ পৃষ্ঠপোষক হিচাপে উচ্চাৰিত হোৱা ৰজাসকলৰ নামৰ ভিতৰত দুৰ্লভনাৰায়ণ, বৰাহী ৰজা মহামাণিক্য, ইন্দ্ৰনাৰায়ণ,

২। চৰ্য্যাপদ, ১৯৭৩, পৃ ঃ ৮০
৩। নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, ১৯৯৯, পৃঃ ৫৩
৪। অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ৩৯

শ্ৰীমন্ত তাম্ৰধ্বজৰ কথা পোৱা যায়। প্ৰাকশঙ্কৰী যুগৰ প্ৰথমজন কবি হ'ল হেম সৰস্বতী। এইজনা কবিক অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰথম পথ প্ৰদৰ্শক বুলি অভিহিত কৰিব পাৰি। কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলী, হৰিবৰ বিপ্ৰ আৰু মাধৱ কন্দলীৰ কাব্যসম্ভাৰেৰে পৰিপুষ্ট হোৱা এই যুগৰ কবিতা ঘাইকৈ অনুবাদ মূলক। পুৰাণ, মহাভাৰত, ৰামায়ণৰ কাহিনীক কবিসকলে কাব্যৰূপ প্ৰদান কৰিছে। মহাকাব্যৰ কাহিনীক বহন কৰা এই কবিতাবোৰত প্ৰকৃত কবিতাৰ লক্ষণ পৰিলক্ষিত হয়। আখ্যানৰ অসমীয়া কাব্যৰূপ প্ৰদানত কবিসকল সফল হৈছে। এই যুগৰ কবিতা ঘাইকৈ অনুবাদ প্ৰধান হ'লেও কবিসকলে তাত স্থানীয় ৰহণ বোলাই ঘৰুৱা কৰি তুলিছে। সুদূৰ-প্ৰসাৰী কল্পনা আৰু সূক্ষ্ম কলাত্মক অনুভূতিৰে ৰচনা কৰা কাব্যসমূহে প্ৰতিগৰাকী কবিৰেই পাৰদৰ্শিতা প্ৰতিপন্ন কৰিছে। সৰল প্ৰকাশভঙ্গী, ঘৰুৱা শব্দ আৰু জতুৱা ঠাচঁৰ ব্যৱহাৰ, অলঙ্কাৰৰ মাৰ্জিত প্ৰয়োগে এই যুগৰ কবিতাক বিশেষ মৰ্য্যাদা প্ৰদান কৰিছে। এই কবিতাবোৰত বিচাৰি পোৱা যায় চিনাকি পৰিৱেশ, পৰিস্থিতি আৰু সঠিক ৰসৰ সন্ধান। এই যুগৰ শ্ৰেষ্ঠ কবি মাধৱ কন্দলীৰ ৰামায়ণ অসমীয়া কাব্য-সাহিত্যৰ এক বিশেষ সম্পদ। মাধৱ কন্দলীৰ অনুবাদৰ চমৎকাৰিত্ব প্ৰকাশ পাইছে বাল্মীকিৰ শ্লোকৰ ভাঙনিত। বাল্মীকিৰ 'দেশে দেশে কলত্ৰানি দেশে দেশে চঃ বান্ধৱাঃ, তুং তু দেশং ন পশ্যামি যত্ৰ ভ্ৰাতা সহোদৰঃ' শ্লোকৰ মাধৱ কন্দলীয়ে অনুবাদ কৰিছে এনেদৰে,

'ভাৰ্য্যা পুত্ৰ বন্ধু যত পাই যথা তথা।
হেন নতু দেখোহোঁ সোদৰ পাই কথা।।'

প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনাত মাধৱ কন্দলীৰ অসমীয় দক্ষতা লক্ষ্য কৰা যায়। ৰামচন্দ্ৰৰ মুখেৰে বৰ্ণোৱা চিত্ৰকূটৰ বৰ্ণনাৰ মাজতে নিহিত হৈ আছে মাধৱ কন্দলীৰ প্ৰকৃতিপ্ৰীতি। এই প্ৰাকৃতিক শোভাই ৰাম-সীতাক পাহৰাই ৰাখিছিল অযোধ্যাৰ কথা। বসন্তকালৰ স'তে কামদেৱৰ পঞ্চবাণৰ সামঞ্জস্য অতি সুন্দৰ ৰূপত প্ৰকাশ পাইছে।

"বসন্ত সময়ে কাম ৰাজাৰ পয়ান।
পুষ্পৰ ধনুত আৰোহিত পঞ্চবাণ।।"

এই প্ৰাকৃতিক বৰ্ণনাত উল্লেখ থকা ফল-ফুল, গছ-লতা, চৰাই-চিৰিকতিৰ



নামবোৰে কবিজনাৰ প্ৰকৃতিৰ প্ৰতি থকা অনুসন্ধিৎসাৰ ইঙ্গিত দিয়ে। মন কৰিবলগীয়া কথা যে পৰৱৰ্ত্তী স্তৰৰ ৰোমাণ্টিক কবিতাৰ প্ৰকৃতিপ্ৰীতিৰ আগতেই অসমীয়া কবিতাত ইয়াৰ সুন্দৰ নিদৰ্শন পোৱা যায়। সীতাৰ দৈহিক সৌন্দৰ্য্য বৰ্ণনাত মাধৱ কন্দলীয়ে লিখিছে,

"ৰাজহংস দেখা সীতা তোমাৰ গমন।
চক্ৰবাক যুগল তোমাৰ দুই তন।।"

এনে বৰ্ণনাত সীতা আৰু প্ৰকৃতি যেন এক হৈ গৈছে। পৰৱৰ্ত্তী কবিসকলৰ কবিতাতো যুগৰ ৰচনাৰীতি, শব্দ সম্ভাৰৰ প্ৰয়োগ লক্ষ্য কৰা যায়। ফলত অসমীয়া কবিতাৰ ধাৰাবাহিকতাত এক সাদৃশ্যৰ অনুৰণন শুনা যায়। চমকপ্ৰদ অলঙ্কাৰৰ প্ৰয়োগে এই যুগৰ কবিতাত সানি দিছে নিমজ সৌন্দৰ্য্য; সেই সৌন্দৰ্য্যৰ মাজত অনুবাদৰ স্বকীয়তাই কবিতাবোৰকো কৰি তুলিছে হৃদয়স্পৰ্শী। কেৱল যে প্ৰকৃতিৰ বৰ্ণনাতেই এই যুগৰ কবিতাৰ বৈশিষ্ট্য প্ৰকাশ পাইছে এনে নহয়, যুদ্ধাদিৰ বৰ্ণনাতো প্ৰাঞ্জলতা ফুটি উঠিছে। হৰিবৰ বিপ্ৰৰ 'বভ্ৰুবাহনৰ যুদ্ধ'ত যুদ্ধৰ আয়োজনৰ বৰ্ণনা অতি মনোৰম।

"শুক্লা কৃষ্ণ চামৰ মণ্ডিত যাৰ গাৱে।
সুৱৰ্ণৰ নূপুৰ পিন্ধাইলা যাৰ পাৱে।।
সুৱৰ্ণ ৰজত মালা যাৰ গলে দিল।
চন্দনে সিন্দুৰ যাৰ গণ্ডক মণ্ডিল।।
নানাবিধ বাদ্য-ভণ্ড যাহাৰ লগত।
শ্বেত নেত পৰিধান যাহাৰ গাঁৱত।।
ইত্যাদি

সেইদৰে কৃষ্ণৰ মাহাত্ম্য প্ৰকাশক ভক্তিপূৰ্ণ সৰস বৰ্ণনাই এই যুগৰ কবিতাক বিশেষ মাত্ৰা প্ৰদান কৰিছে।

এইদৰে প্ৰৱাহিত হোৱা অসমীয়া কবিতাৰ ধাৰাটোৱে মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ হাতত পৰি এক বিশেষ ৰূপ লাভ কৰিলে। অসমীয়া কাব্য-সাহিত্যৰ এই সময়ছোৱা নানান বৈশিষ্ট্যৰে পৰিপূৰ্ণ। যদিও কেৱল বিষ্ণু বা কৃষ্ণৰ উপাসনাতে এই যুগৰ কবিতা আৱদ্ধ, তথাপি মহাপুৰুষ দুজনাৰ লগতে আন কবিসকলৰ হাতত পৰি স্বকীয় সৌন্দৰ্য্যৰে কবিতাসমূহ উদ্ভাসি উঠিছে

আৰু এক বিশিষ্ট ধাৰাৰ সৃষ্টি কৰিছে। শঙ্কৰদেৱে কবিতাত দাঙি ধৰা প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্যই পৰৱৰ্ত্তী কবিতাৰ প্ৰকৃতি-বিষয়ক বৰ্ণনাকো চেৰ পেলাই যায়। বৰ বৰ আঁৰ কাপোৰত বৈকুণ্ঠৰ ছবি আঁকি চিত্ৰশিল্পী হিচাপে পৰিচিত হোৱা শঙ্কৰদেৱে কাব্যৰ বুকুত শব্দ, ছন্দৰ সংমিশ্ৰণত প্ৰকৃতিক জীৱন্ত ৰূপ প্ৰদান কৰিছিল। তেওঁৰ প্ৰকৃতি-বিষয়ক বৰ্ণনাই কাব্যৰ বুকুত উপস্থাপিত কৰিছে শান্ত, স্নিগ্ধ আৰু সমাহিত ৰূপ। 'কীৰ্ত্তন'ৰ অন্তৰ্গত 'হৰমোহন' খণ্ডৰ প্ৰাকৃতিক বৰ্ণনা আৰু বিবিধ ফুল, গছ-লতিকাৰ নামে প্ৰতিজন পাঠকৰে হৃদয়ত প্ৰকৃতি-প্ৰীতি জগাই তোলে। শৰত কালৰ প্ৰাণৱন্ত বৰ্ণনাৰে শঙ্কৰদেৱে লিখিছে,

"শৰতকালৰ যত মহাগুণ
সবেয়ো বিদিত ভৈল।।
গগণ নিৰ্ম্মল স্বচ্ছ ভৈল জল
দূৰ গৈল মেঘগণ।
মহা সুখকৰ সুৰভি শীতল
বহে বায়ু সৰ্বক্ষণ।।
পক্ষী কৰৈ ধ্বনি সৰোবৰ চানি
বিকশিত পুষ্পবন।
যেন যোগভ্ৰষ্টে দুনাই অভ্যাসিয়া
কৰিল নিৰ্ম্মল মন।।
ফুল-উতপল নক্ষত্ৰসকল
আকাশত দিল দেখা।
আৰো চাৰি কাৰ্য্য শৰতে সাধিলে
শুনা দেওঁ তাৰ লেখা"।
ইত্যাদি

মহাপুৰুষ শঙ্কৰদেৱে ৰচনা কৰা গীত অৰ্থাৎ পিছৰ সমালোচকে আখ্যা দিয়া বৰগীতৰ মাজত ফুটি উঠিছে আধ্যাত্মিক সাধনাৰ অফুৰন্ত স্বাক্ষৰ। বৰগীত আৰু অঙ্কীয়া গীতৰ সহায়ত তেওঁ প্ৰকাশ কৰিলে পৰিশুদ্ধ জীৱনৰ আচৰণ পদ্ধতি। কবি হিচাপে শঙ্কৰদেৱেই পোণপ্ৰথম অতীন্দ্ৰিয়বাদৰ সূচনা কৰে বুলি ক'ব পাৰি। 'অনাদিপাতন', 'নিমিনৱসিদ্ধ সংবাদ'ৰ উপৰিও 'উত্তৰাকাণ্ড



ৰামায়ণ'তো এই কথা পৰিদৃষ্ট হয়। 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত তেওঁ নাম, দেৱ, গুৰু, ভকতৰ চাৰি খুটি মাৰে। 'ৰুক্মিণী হৰণ' কাব্য তেওঁৰ এখন মনোৰম কাব্যপুথি, য'ত তেওঁৰ মৌলিকতা প্ৰকাশ পোৱাৰ লগতে শ্ৰীকৃষ্ণৰ মাহাত্ম্য ফুটি উঠিছে। তেওঁ লিখিছে,

"একে হৰিবংশ কথা অমৃত সাক্ষাত।
আৰু ভাগৱত কথা মিশ্ৰ দিলো তাত।।
দুই কথা পদবন্ধে ৰাখিছো মিলাই।
যেন মধু মিশ্ৰ দুগ্ধে অতি স্বাদ পায়।।"

মহাপুৰুষজনাৰ প্ৰধান শিষ্য মাধৱদেৱৰ অসাধাৰণ ব্যক্তিত্ব ধৰ্মক্ষেত্ৰৰ লগতে সাহিত্যক্ষেত্ৰতো বিকশি উঠিছে। মাধৱদেৱ বিৰচিত 'ৰাজসূয়' কাব্য তেওঁৰ কলাসুলভ চিন্তা-চৰ্চ্চা আৰু প্ৰতিভাৰ অপূৰ্ব নিদৰ্শন। মাধৱদেৱে সৰ্বমুঠ ১৪৯১ টি পদৰ মাজেদি আদিকাণ্ডৰ কাহিনীভাগৰ বৰ্ণনা কৰিছে। মাধৱদেৱে ৰচনা কৰা 'নামঘোষা'ৰ মাজেদি প্ৰৱাহিত হৈছে অসমীয়া ৰহস্যবাদী কবিতাৰ প্ৰথমটি সোঁত। ইয়াত তেওঁৰ পৰমজনৰ সন্ধানত ব্ৰতী মনৰ বেদনা উজ্জ্বলৰূপত প্ৰকাশিত হৈছে। ১৫৭ টা বৰগীত ৰচনা কৰা মাধৱদেৱৰ 'আলো মঞি কি কহব দুখ' গীতটি অসমীয়া শোককবিতাৰ প্ৰথম নিদৰ্শন বুলি ক'ব পাৰি।

এই সময়ৰ অনন্ত কন্দলী, ৰাম সৰস্বতী, ৰত্নাকৰ কন্দলী, সাৰ্বভৌম ভট্টাচাৰ্য্য, শ্ৰীধৰ কন্দলী আদিৰ কাব্য ৰচনাই অসমীয়া কবিতাৰ প্ৰথমাৱস্থাত যথেষ্ট অৰিহণা আগবঢ়াইছে। এই সময়খিনি অসমীয়া কবিতাৰ এক বিশেষ বৈশিষ্ট্যৰে পৰিপূৰ্ণ বুলি ক'ব পাৰি। অসমীয়া কবিতাৰ গতি প্ৰৱাহত মহাপুৰুষ দুজনাৰ লগতে এইসকল কবিৰ যথেষ্ট অৱদান আছে। অসমীয়া কবিতাৰ ধাৰা নিৰ্ণয়নত এই সময়ৰ গুৰুত্ব অধিক। বহুতে এই সময়ৰ সাহিত্য ঘাইকৈ অনুবাদ সাহিত্য বুলি ক'ব খোজে যদিও কাব্যসমূহৰ মৌলিকত্বই এইবোৰক নিজা সৃষ্টিৰ দৰে মোহনীয় কৰি তুলিছে। এই প্ৰসঙ্গতে ডিম্বেশ্বৰ নেওগে কোৱা কিছু কথা উল্লেখ কৰিব খুজিছোঁ। "...নামঘোষাৰ কাব্যগুণৰ মূল্যাঙ্কন কৰোঁতে স্বভাৱতে এনে প্ৰশ্ন হয়, ইমানবোৰ বিভিন্ন গ্ৰন্থৰ পদ ভাঙনিকে ঘাই সম্বল কৰি লিখা এখন গ্ৰন্থৰ ঐক্য আৰু মৌলিকতা ক'ত? ইয়াৰ উত্তৰত ক'ব

৫। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১৯৭

লাগিব, ইয়াৰ মৌলিকতা হ'ল তেওঁৰ অপূৰ্ব কবি প্ৰতিভাত।[৫] অসমীয়া কাব্যৰ ধাৰাটো এই যুগক বাদ দি, বিশেষকৈ শঙ্কৰদেৱ-মাধৱদেৱৰ অৱদানৰ অবিহনে যে এক গতিহীন ধাৰাত আৱদ্ধ হৈ পৰিলেহেঁতেন সেয়া সৰ্বজন বিদিত। "অসমীয়া সাহিত্যত, তথা অসমীয়া সংস্কৃতিত, সমাজ বা জাতিগঠনত, শঙ্কৰদেৱৰ স্থান নিৰ্ণয় কৰিবলৈ যোৱা বিড়ম্বনা আৰু দুঃসাহস মাত্ৰ; কিয়নো বেলিক যেনেকৈ তাৰ পোহৰৰপৰা পৃথকৰূপে কল্পনা কৰা বাতুলতা মাথোন, তেনেকৈ অসমীয়া সাহিত্য, সংস্কৃতি, সমাজ আৰু জাতি শঙ্কৰদেৱৰ প্ৰতিভাৰ প্ৰতিবিম্ব বা প্ৰতিকৃতি মাত্ৰ। অসমৰ সাংস্কৃতিক সৌৰ জগতত শঙ্কৰদেৱ যিদৰে সূৰ্য্য স্বৰূপ, মাধৱদেৱো সেইদৰে তাক কেন্দ্ৰ কৰি ঘূৰি ফুৰা বিভিন্ন গ্ৰহ-জ্যোতিষ্কৰ বৃহস্পতি স্বৰূপ।"

দৰাচলতে এই বৈষ্ণৱ যুগটোৱেই অসমীয়া কবিতাৰ ধাৰাত এক মহাপ্ৰেৰণা আৰু আশাৰ ৰেঙনি হৈ ধৰা দিছিল। অসমীয়া কবিতাৰ ধাৰাত যি বাস্তৱবাদে ভুমুকি মাৰিছে, তাৰ উন্মেষো যেন বৈষ্ণৱ যুগতেই ঘটিছে। আধুনিক কবিতাৰ দৰেই এই যুগৰ কাব্যত বাস্তৱজীৱনৰ হা-হুমুনিয়াহ আৰু দাৰিদ্ৰ-ক্লিষ্ট জীৱনৰ চিত্ৰ ফুটি উঠিছে। উদাহৰণ স্বৰূপে "কীৰ্ত্তন"ৰ অন্তৰ্গত দামোদৰ বিপ্ৰাখ্যানলৈ আঙুলিয়াব পাৰি। বিপ্ৰ পত্নীৰ দৰিদ্ৰজীৱনৰ দুখ-কষ্ট এই আখ্যানত অতি স্পষ্টৰূপত প্ৰকাশিত হৈছে।

"শুক নিগদতি শুনা কুৰুপতি
কৃষ্ণৰ আৰো চৰিত্ৰ।
আছিল দৰিদ্ৰ বিপ্ৰ দামোদৰ
বৈষ্ণৱ আতি পৱিত্ৰ।।
কৃষ্ণেয়েৰে তান মহা মিত্ৰৱতি
পঢ়তেন্ত গুৰু-গৃহত।
খাইবে খুন্টিবাক একোৱে নাহিকে
বস্ত্ৰ হীন শৰীৰত।।
আতি পতিব্ৰতা তাহানে ব্ৰাহ্মণী
দুঃখে দন্তে যুগ যায়।
কম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোলায়।"
ইত্যাদি



'কাণখোৱা, 'ভীমচৰিত' আদি কাব্যয়ো এনে দৰিদ্ৰপূৰ্ণ জীৱনৰ কথাকে সদৰি কৰে। 'ভীমচৰিত'ত আছে,

"একদিনা ভীমে বোলে ৰাজাৰ আগত।
শুকাই গৈলেক দেহা অন্নৰ দুঃখত।।
লোনি দিয়োক দাদা কৈলাশক যাওঁ।
মহাদেউৰ গৰু চাৰি প্ৰাণ প্ৰবৰ্তাও।"
ইত্যাদি

এই সময়ৰ কাব্য সাহিত্যই জাতীয় সাহিত্যৰ ভেটি সুদৃঢ় কৰাৰ লগতে অসমীয়া কাব্যক এক গতি প্ৰদান কৰে। এটা কথা মন কৰিবলগীয়া যে বৈষ্ণৱ যুগৰ সাহিত্য ঘাইকৈ নৱবৈষ্ণৱ আন্দোলনৰ ফল। এই যুগৰ লেখকসকলে সাহিত্য সৃষ্টিৰ য'তেই সুবিধা পাইছে তাতেই স্থানীয় পৰিৱেশ সৃষ্টি কৰিবলৈ যত্ন কৰিছে। কাব্যৰ অনুবাদৰ ক্ষেত্ৰত কবিসকলে প্ৰতিটো শ্লোক আৰু প্ৰত্যেকটো আখ্যান অনুবাদ নকৰি মৌলিক কথা সংযোজন কৰিছে আৰু কিছুমান কথা বাদ দি থৈছে। তাৰ মাজেদিয়ে তেওঁলোকে কাব্যিকতা প্ৰদৰ্শন কৰি অসমীয়া কবিতাক নিজা গতি প্ৰদান কৰিছে। বৈষ্ণৱ যুগত অসমীয়া কবিতাই এক বিশেষ গতি লাভ কৰিব নোৱাৰিলেহেঁতেন যদিহে কোচৰজা নৰনাৰায়ণ শঙ্কৰদেৱৰ প্ৰতি সহানুভূতিশীল নহ'লেহেঁতেন। কাৰণ সেই সময়ত শঙ্কৰদেৱ-মাধৱদেৱ আহোম ৰজাৰ ক্ৰুৰ দৃষ্টিত পৰিছিল। ফলত বৰপেটাৰ পাটবাউসীত থাকিবলগীয়া হৈছিল আৰু ৰজা নৰনাৰায়ণৰ অনুগ্ৰহ লাভ কৰিছিল। মহাপুৰুষজনাই ৰচনা কৰা কাব্যসমূহৰ মাজেদি গভীৰ দাৰ্শনিক ভক্তিবাদৰ ধাৰাও প্ৰৱাহিত হৈছে। এই ধাৰাটোৱে পৰৱৰ্ত্তী মাধৱদেৱ আৰু আন বৈষ্ণৱ কবিসকলৰ ৰচনাতো স্পষ্টভাৱে প্ৰকাশ লাভ কৰিছে। এই ভক্তিবাদে ৰামায়ণ, মহাভাৰতৰ কাহিনীকো স্পৰ্শ কৰি গৈছে।

অসমীয়া কবিতাৰ ইতিহাসত ভক্তিবাদৰ ধাৰাটোৱে বিশেষ ভুমিকা গ্ৰহণ কৰিছে। প্ৰাচীন কালত অসমীয়া কবিতাৰ মূল ধাৰাটো আছিল ভক্তিবাদৰ পৰশ লগা। ভক্তিৰ আদৰ্শ আৰু চিন্তাধাৰাৰে ভক্তিবাদৰ সূচনা কৰা হৈছে। মহাপুৰুষ দুজনাৰ কাব্যই এই কথা দৃঢ়ভাৱে ঘোষণা কৰে যে ভক্তি কেৱল অনুভূতিৰ মাজতে আৱদ্ধ নহয়, ই প্ৰতিজন ব্যক্তিৰে পালনীয় কৰ্তব্য। মহাপুৰুষ মাধৱদেৱে নামঘোষাত ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে। এই ভক্তি মুক্তিতকৈও শ্ৰেষ্ঠ।

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।
সমস্ত মস্তক-মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি।।
যাৰ ৰাম-কৃষ্ণ নাম নাৱে ভৱ সিন্ধু তৰি
পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনয় কৃষ্ণক সদা
উপাসা কৰোহোঁ হৃদয়ত।।"

নামধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি শঙ্কৰদেৱে ভক্তিবাদৰ পৱিত্ৰ ধাৰা বোৱাই আনিছে 'কীৰ্ত্তন'ৰ জৰিয়তে।

"কেৱলে কৃষ্ণৰ নাম লৱে।
মুকুতিক মহাসুখে পাৱে।।
কিনো হৰি-নামৰ মহিমা।
কোনে কহি পাইবে তাৰ সীমা।।
আত পৰে ধৰ্ম নাহি আন।
ৰাম নাম সদা কৰা পান।।"

উদাৰ ভক্তিবাদেই হ'ল এই সময়ৰ অসমীয়া কবিতাৰ মূল ধাৰা। 'কুমৰ-হৰণ' কাব্যতো অনন্ত কন্দলীয়ে সকলো দেৱ-দেৱীৰ মাজত কৃষ্ণৰ শ্ৰেষ্ঠত্ব ঘোষণা কৰি ভক্তিবাদৰ ঢল নমাইছে। ভক্তিবাদৰ শান্ত জলধিত অৱগাহন কৰি বৈষ্ণৱ যুগৰ অসমীয়া কবিতা আজিও অসমীয়া কবিতাৰ ইতিহাসত এক সোণৰ খনি স্বৰূপ হৈ উজ্জ্বলি আছে।

শ্ৰীধৰ কন্দলীৰ 'কাণখোৱা' কাব্যত ফুটি উঠা শিশু কৃষ্ণৰ চৰিত্ৰটোৰ মাজেদি অসমীয়া সমাজৰ শিশুৰ এটি কোমল অথচ ভয়বিহ্বল ৰূপ-অনুভৱ কৰিব পাৰি। অসমীয়া শিশু কবিতাৰ প্ৰথম প্ৰকাশ হিচাপে এই কাব্যখনিৰ গুৰুত্ব অসীম। এনেদৰেই শঙ্কৰদেৱ-মাধৱদেৱকে প্ৰমুখ্য কৰি আন বৈষ্ণৱ কবিসকলৰ কাব্যৰ মাজেদি নৱবৈষ্ণৱ সাহিত্যৰ বৈশিষ্ট্য ৰক্ষা কৰি অসমীয়া কবিতাৰ ধাৰা প্ৰৱাহিত হৈছিল।

বৈষ্ণৱ যুগৰ অবৈষ্ণৱ কবিসকলৰ কাব্যসমূহেও অসমীয়া কবিতাৰ



ইতিহাসত বিশেষ অৰিহণা আগবঢ়াইছে। অবৈষ্ণৱ কবিসকলৰ ভিতৰত পীতাম্বৰ, দুৰ্গাবৰ কায়স্থ, মনকৰ আৰু সুকবি নাৰায়ণদেৱৰ নাম উল্লেখযোগ্য। এই কবিসকল অসমীয়া সাহিত্যত পাঁচালী কবি নামে জনাজাত। এই কবিসকলৰ কাব্য ৰচনাত বৈষ্ণৱ কবিসকলৰ দৰে বিশেষ উদ্দেশ্য নিহিত নাছিল। কেৱল ৰস সৃষ্টিৰ ক্ষেত্ৰতহে তেওঁলোকে বিশেষ গুৰুত্ব প্ৰদান কৰিছিল। তাৰমাজতে মনকৰ আৰু সুকবি নাৰায়ণদেৱৰ কাব্যত মনসাদেৱীৰ মাহাত্ম্য প্ৰকাশৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। পীতাম্বৰ কবি ধৰ্মবিশ্বাসৰ ক্ষেত্ৰত বৰ উদাৰ আছিল আৰু সকলো দেৱ-দেৱীৰ প্ৰতি শ্ৰদ্ধা থকাৰ লগতে বৈষ্ণৱ পন্থাকো শ্ৰদ্ধা কৰিছিল। পাঁচালী কবিসকলৰ কাব্যত লৌকিকতাৰ সুৰ শুনিবলৈ পোৱা যায়। গ্ৰাম্যসমাজৰ ৰুচি অনুযায়ী কাব্য প্ৰণয়নত গুৰুত্ব আৰোপ কৰাত এই কাব্যসমূহত ৰস-বৈচিত্ৰ্য পৰিদৃষ্ট হয়। স্বামীৰ সন্ধানত অধৈৰ্য্য হৈ পৰা ঊষাই চিত্ৰলেখাক কোৱা কথাৰ মাজেদি পীতাম্বৰে ঊষাৰ মনৰ চিত্ৰ সুন্দৰভাৱে অঙ্কন কৰিছে।

"ঊষা বোলে সাতদিন সাত যুগ মোৰ।
ৰহে বা নৰহে প্ৰাণ আগে কৈলো তোৰ।।
যেন তেনে প্ৰকাৰ ৰহিবো সাতদিন।
আৰ দিন স্বামী পাইবো তাৰ কিবা চিন্ন।
চিত্ৰলেখা বোলে সাত দিনৰ ওপৰে।
অৱশ্যে আনিয়া দিবো স্বামীক তোমাৰ।।"

কবিয়ে ঊষাৰ প্ৰতিটো উপমা লৈছে প্ৰকৃতিৰপৰা। কাব্যখনৰ অনেক ঠাইত বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ লগতে প্ৰত্যেক অধ্যায়ৰ শেষত কৃষ্ণক বা নাৰায়ণক প্ৰণাম জনোৱা হৈছে। ইয়াৰ জৰিয়তে বৈষ্ণৱ কবিসকলৰ কাব্যৰ ধাৰাৰ স'তে এক সঙ্গতি ৰক্ষিত হৈছে। দুৰ্গাবৰে ৰচনা কৰা 'গীতি ৰামায়ণ'ত তেওঁৰ বৰ্ণনা শক্তিৰ চমৎকাৰিতা লক্ষ্য কৰা যায়। সীতাৰ ৰূপৰ বৰ্ণনা তেওঁ দাঙি ধৰিছে এনেদৰে,

"নাহি দেখো নাহি শুনো নাহি আন-থান।
সাক্ষাতে দেখিয়া চিত্ৰ পুতলি সমান।।
চন্দ্ৰতো সুন্দৰ দেখি মুখ অগ্ৰভাগ।

কেতেকীৰ বৰ্ণ সম দেহা অনুৰাগ।।
মৃণাল সদৃশ যেন বাহু দুইখান।
সিন্দুৰ চামৰ হাৰ ৰত্নে যে শোভন।।
হৃদয় সুবৰ্ণ বৰ্ণ দেহা মধ্য ক্ষীণ।
লয়লাস গতি যায় ৰাজহংস চিন।।

এই বৰ্ণনাৰ স'তে অপ্ৰমাদী কবি মাধৱ কন্দলীৰ ৰামায়ণত সন্নিবিষ্ট সীতাৰ ৰূপৰ বৰ্ণনাৰ সাদৃশ্য লক্ষ্য কৰা যায়।

কাব্যত উপমা প্ৰয়োগৰ ক্ষেত্ৰত মনকৰে বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। উদাহৰণ স্বৰূপে—

" অমূল্য কুসুম বস্ত্ৰ পিন্ধিলা গসাঁনী।
শৰীৰ জ্যোতি জ্বলে ত্ৰিভুবন জিনি।।
বত্ৰিশ অলঙ্কাৰ পিন্ধি বাপেৰ ভৈল আগ।
হেমন্তৰ মনে বৰ সুমাইলা বাষ।।"

* * * * *

"কমল মুখৰ মুচুকিয়া হাসি।
শৰীৰ শোভে কেতেকীৰ পাসি।।"

ইত্যাদি

সুকবি নাৰায়ণদেৱে ৰচনা কৰ কাব্য গ্ৰন্থখন হ'ল 'পদ্মপুৰাণ'। গীত প্ৰধান কাব্যখন 'সুকন্নানী' নামে জনজাত। হাস্য আৰু করুণ সমাৱেশত তেওঁৰ ৰচনা সুখপাঠ্য হৈ উঠিছে। পৰিৱেশ আৰু পৰিস্থিতিৰ পুঙ্খানুপুঙ্খ বৰ্ণনাই পদ্মপুৰাণৰ সৌষ্ঠৱ দুগুণে বৃদ্ধি কৰিছে।

পাঁচালী কাব্য কেইখন গীতৰ সমষ্টি আৰু ই বৰ্ণনাত্মক। এই কাব্যবোৰত ৰাগৰ প্ৰয়োগ মন কৰিবলগীয়া বিশেষত্ব। ৰাগৰ প্ৰয়োগ আৰু লৌকিকতাৰ উপস্থিতিয়ে কাব্যসমূহক এক সুকীয়া বিশেষত্ব প্ৰদান কৰিছে। পাঁচালী কাব্যসমূহৰপৰা অসমীয়া কবিতাৰ এক সুকীয়া ধাৰাৰ উমান পোৱা যায়। অৱশ্যে বৈষ্ণৱ যুগৰ কাব্যৰ দৰেই পাঁচালী কাব্যই আনন্দ প্ৰদানৰ বাট মুকলি কৰি লৈছিল, লগতে কাব্যত ৰস সৃষ্টিৰ সুকীয়া বৈশিষ্ট্য দাঙি ধৰিছিল। কন্যা বাৰমাহী গীতৰ ধ্বনিও 'উষা পৰিণয়'ত প্ৰতিধ্বনিত হোৱা শুনা যায়। কবিতাৰ



কমণীয় ৰূপৰ ছবি এই কাব্যত চিত্ৰিত হৈছে। এনেবোৰ বৈশিষ্ট্যই পৰৱৰ্তী অসমীয়া কবিতাৰ ধাৰাত যথেষ্ট প্ৰভাৱ পেলাইছে।

অসমীয়া কবিতাৰ ধাৰাত এটি প্ৰণয়ৰ সুঁতিও লক্ষ্য কৰা যায়। দ্বিজৰামৰ 'চাহাপৰী উপাখ্যান' আৰু কবি মঞ্চনৰ 'মধুমালতী' এই ক্ষেত্ৰত উল্লেখযোগ্য। 'চাহাপৰী উপাখ্যান' বা 'মৃগাৱতী চৰিত্ৰ'ৰ কাহিনী আৰু প্ৰকাশৰীতি গতানুগতিক হৈও অভিনৱ। ইয়াৰ বিষয়বস্তুৱে অভিনৱত্ব দান কৰিব নোৱাৰিলেও ইছলামী ঠাচঁৰ কাহিনীৰ মাজত বৈষ্ণৱ সুৰীয়া ৰচনাৰীতিয়ে এক বৈচিত্ৰ্যৰ সঞ্চাৰ কৰিছে। ইছলামী ঠাচঁৰ নায়ক-নায়িকৰ নাম, ফাৰ্চীমূলীয় শব্দ আদিৰ মাজে মাজে বিষ্ণু-বৈষ্ণৱৰ উল্লেখে যি সান-মিহলি পৰিৱেশৰ সৃষ্টি কৰিছে সেয়াহে ইয়াৰ প্ৰধান আকৰ্ষণ। ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰনাথ শৰ্মা উভয়ে কাব্যখনিৰ কাহিনী কোনো মূল পুথিৰপৰা হুবহুৰূপত অনুসৰণ কৰা নাই বুলি সিদ্ধান্তত উপনীত হৈছে। চাহাপৰী উপাখ্যান প্ৰেমগাঁথা যদিও এই প্ৰণয়ৰ কাহিনী চিৰাচৰিত দেৱ-দেৱী, ৰাজকোঁৱৰ-ৰাজকুঁৱৰী বা মানৱৰ মাজতে আৱদ্ধ নহয়। কাব্যখনিত যি প্ৰেমৰ কাহিনী সন্নিবিষ্ট হৈছে, সেয়া মানৱ আৰু সৰগৰ অপ্চৰীৰ মাজত সংঘটিত প্ৰেমক লৈ গঠিত। ছুফীবাদৰ আভাস থকা কাহিনী প্ৰকাশক কাব্যখনিৰ আৰম্ভণি কৰিছে বৈষ্ণৱ ৰীতিৰে। কাব্যৰ আদিতে 'অনাদি অনন্ত কৃপাসিন্ধু' কৃষ্ণক, যাক ব্ৰহ্মা, হৰ, ইন্দ্ৰই সেৱা কৰে তেওঁৰ বন্দনা কৰা হৈছে। কৱিয়ে কৈছে,

"আৰম্ভৰ সিদ্ধি হৌক তযুপ্ৰসাদত।
প্ৰচাৰেক ইটো শাস্ত্ৰ সমস্ত লোকত।।"

আৰম্ভণিৰদৰে সামৰণিও বিষ্ণুৰ প্ৰতি আনুগত্য স্বীকাৰেৰে ৰঞ্জিত। উপমা, অলঙ্কাৰ, শব্দ-প্ৰয়োগৰ ক্ষেত্ৰতো বৈষ্ণৱ প্ৰভাৱ পৰিলক্ষিত হয়। কাব্যখনিত বৰ্ণিত ফুল, গছ-গছনিৰ নামবোৰ পঢ়িলেও মনত ভাৱ হয় সেয়া যেন মহাপুৰুষ দুজনাকে আদি কৰি বৈষ্ণৱ কবিসকলৰহে ৰচনা।

"সেউতী মালতী যুতি চম্পা পাৰিজাত।
মধাই মৰুৱা গুটিমালী অসংখ্যাত।।
লৱঙ্গ পলাশ শঙ্খ অশোক মন্দাৰ।
পাৰলি কদম্ব বক, নাগেশ্বৰ আৰ।।

বৈষ্ণৱ সাহিত্যত বৰ্ণিত পুত্ৰ-ভাৰ্য্যাৰ অসাৰতাৰ প্ৰতিধ্বনি ইয়াত শুনিবলৈ পোৱা যায়।

এই কাব্যপুথিৰ মাজেদি বৈষ্ণৱী ৰীতিৰ ধাৰাটো প্ৰৱাহিত হৈ অহাৰ লগতে ছুফী ভাৱধাৰা এটিও প্ৰৱাহিত হৈছে। ছুফী ভাৱধাৰাৰ কথা কওঁতেই এসময়ত মুখে মুখে চলি অহা জিকিৰ বা আজান ফকিৰৰ গীতলৈ মনত পৰে। উল্লেখযোগ্য যে বৈষ্ণৱ আন্দোলনৰ পয়োভৰ কমি অহাৰ লগে লগেই জন-সাহিত্যয়ো পুনৰ গা-কৰি উঠে। ফলস্বৰূপে বহুতো জাতীয় গীত-মাতৰ সৃষ্টি হয়। জিকিৰবোৰো তেনে এক আপুৰুগীয়া সৃষ্টি। ডিম্বেশ্বৰ নেওগে কৈছে, "ৰহস্যবাদী অনুপম ছুফী কবিতাবোৰ যেনেকৈ খৃষ্টপুৰ্ব কালৰ গীতা-উপনিষদৰ উৰ্বৰ ক্ষেত্ৰত ৰোৱা ইছ্‌লামৰ ফুল-পুলিৰ ফুল, জিকিৰবোৰো সেইদৰে মহাপুৰুষীয়া ধৰ্মৰ সাৰুৱা মাটিত ৰোৱা একে ফুল-পুলিৰ ফুল।"[৬]

উত্তৰ শঙ্কৰী যুগত অসমীয়া কবিসকলৰ হাতত গীতি-কবিতাই বিশেষ প্ৰসাৰ লাভ কৰিছিল। কোনো কোনোৱে মহাপুৰুষীয়া ধৰ্মৰ তৃতীয়জনা ধৰ্মাচাৰ্য্য বুলি অভিহিত কৰা গোপাল আতাই কবি হিচাপে যথেষ্ট সমাদৰ লাভ কৰিছিল। মাধৱদেৱৰ বৰগীতৰ প্ৰভাৱেৰে পুষ্ট গোপাল আতাৰ গীতত বৈষ্ণৱী সুৰ শুনিবলৈ পোৱা যায়।

"নয়নে দেখিবো চান্দ মুখ একবাৰ।
তেবেসে সাম্ফল সখি জীৱন হামাৰ।।
নুহি ওহি দহে দেহা বিৰহ আনলে।
কহবি উদ্ধৱ কৃষ্ণ-চৰণ কমলে।।
শ্ৰৱণে নুশুনো আৰ ন ভাসে নয়নে।
হাস্য লাস্য মধু স্যাম সুচান্দ বয়নে।।"

গোপালদেৱৰ কন্যা পদ্মপ্ৰিয়া আয়ে গীত ৰচনা কৰিছিল। এই গীতবোৰ আছিল কাব্যিক অনুভূতিসম্পন্ন। কাব্যিক গুণ সম্পন্ন গীত তেওঁ ৰচনা কৰাৰ মূলতে আছিল মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ আৰু পিতাক গোপালদেৱৰপৰা লাভ কৰা প্ৰভাৱ। এইবোৰৰ মাজত আছে শঙ্কৰ-মাধৱ-গোপালৰ বন্দনা। এটি গীতত লিখিছে,

"শঙ্কৰ স্বৰূপে প্ৰদীপক থৈলা মাধৱেসে বঢ়াইলন্ত।

৬। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ২৭৩



তৈল বন্তি দিয়া সম্পূৰ্ণ কৰিয়া গোপালেসে জ্বলাইলন্ত।।"

ইয়াত 'প্ৰদীপ' শব্দই ভক্তিক বুজাইছে।

এই সময়ত অসমীয়া কাব্যৰ ধাৰাটোক প্ৰৱাহিত কৰি নিয়াত ভালে কেইগৰাকীয়ে অৰিহণা যোগালে। এই ক্ষেত্ৰত গোপাল মিশ্ৰ, গোবিন্দ মিশ্ৰ, দামোদৰ দাস, ৰাম মিশ্ৰ, বিষ্ণু ভাৰতী, অনিৰুদ্ধ, কবিৰাজ চক্ৰৱৰ্ত্তী—আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। গোবিন্দ মিশ্ৰৰ শ্ৰীমদ্ভাগৱতৰ অনুবাদ পদগীতা অতি সৰল ভাষাত ৰচিত অসমীয়া কাব্য সাহিত্যৰ মূল্যৱান গ্ৰন্থ। এই কবিসকলৰ পদৰ ভাষা ঘৰুৱা, উপমাদি অলঙ্কাৰেৰে ৰঞ্জিত। পৰিচিত আৰু প্ৰশস্তিপূৰ্ণ গীত-কাব্যবোৰে অসমীয়া কবিতাৰ বৈষ্ণৱী ৰীতিৰ ধাৰাবাহিকতা ৰক্ষা কৰিছে। অসমীয়া গীতি-কবিতাৰ প্ৰথম অভ্যুদয় প্ৰকৃতপক্ষে এই সময়তে হৈছিল বুলি ক'ব পাৰি। কবিতাৰ স'তে গীতৰ এটি সম্পৰ্ক এই যুগৰ কবিসকলে ৰক্ষা কৰিছিল।

খৃঃ ১৭০০-১৮২৬ - এই সময়ছোৱা অসমীয়া সাহিত্যৰ কাৰণে উন্নতি আৰু অৱনতিৰ সময়। ড° সত্যেন্দ্ৰনাথ শৰ্মাই এই সময়খিনিক বিস্তাৰ আৰু অৱসাদৰ কাল[৭] বুলি অভিহিত কৰিছে। এই সময়ছোৱাত আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ অনুপ্ৰেৰণা আৰু সহায়-সহযোগত আদি ৰসাত্মক পৌৰাণিক অনুবাদ, শাক্ত সাহিত্য, বুৰঞ্জী সাহিত্য আৰু ব্যৱহাৰিক সাহিত্যই বলিষ্ঠ ৰূপ লাভ কৰিবলৈ সমৰ্থ হৈছিল। ইয়াৰ উপৰিও গাঁৱৰ আৰু সত্ৰৰ ভক্তলোকে একান্তমনে কাব্য-সাধনা কৰি অসমীয়া কবিতাৰ ভক্তিপূৰ্ণ ধাৰাটো প্ৰৱাহিত হৈ থকাত অৰিহণা যোগাইছিল। কিন্তু এনে স্বাভাৱিক অৱস্থাৰ মাজতো হঠাতে দেখা দিয়া ক'লচা মেঘৰ প্ৰচ্ছায়াই অসমীয়া সাহিত্যত তমসাচ্ছন্ন পৰিৱেশৰ সৃষ্টি কৰিছিল। ইয়াৰ মূল কাৰণ হ'ল—মায়ামৰীয়া গোসাঁইসকলক উপৰ্যুপৰি কৰা অপমান। বিশেষকৈ বৰৰজা ফুলেশ্বৰীয়ে দুৰ্গাপূজাৰ বলিৰ তেজ মায়ামৰীয়া মহন্তৰ কপালত সানি দিয়া কাৰ্য্যই জ্বলা জুইত যেন ঘিঁউহে ঢালিলে। বিতুষ্ট বৈষ্ণৱ গোসাঁই মহন্তসকলে ৰজা লক্ষ্মীসিংহৰ দুৰ্বলতাৰ সুযোগ লৈ বিদ্ৰোহ আৰম্ভ কৰে আৰু সাময়িকভাৱে সিংহাসন অধিকাৰ কৰে। পিছত পুনৰ ৰজাৰ হাতলৈ সিংহাসন ঘূৰি আহে যদিও মায়ামৰীয়া বিদ্ৰোহৰ অৱসান নঘটিল। ড°

৭। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, ১৯৮৯ পৃঃ ২১৮

সত্যেন্দ্রনাথ শৰ্মাৰ ভাষাত—'...মায়ামৰীয়া বিদ্রোহ এঠাইত কাটিলে সাত ঠাইত গজা বিধৰ আছিল'।[৮] এই বিদ্রোহত পিছলৈ সাধাৰণ প্রজায়ো যোগ দিলে। অৱশেষত উপায়ন্তৰ হৈ ৰজা গৌৰীনাথে ৰাজধানী এৰি গুৱাহাটীলৈ যায় আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ সহায়ত মায়ামৰীয়াক যুদ্ধত পৰাজিত কৰি বিদ্রোহৰ অৱসান ঘটায় আৰু ৰাজধানীলৈ পুনৰ উভতি আহে। মায়ামৰীয়া বিদ্রোহৰ ফলত সুস্থ বাতাবৰণ বিলুপ্ত হ'ল। এৰাধৰাকৈ কমলেশ্বৰ সিংহৰ দিনলৈকে চলি থকা এই বিদ্রোহে ৰজা-প্রজা সকলোৰে সুখ-আনন্দ, জীৱনৰ স্বচ্ছলতা হৰণ কৰিলে। কেৱল যে জীৱনৰ ওপৰতে এই বিদ্রোহে কুপ্রভাৱ পেলালে এনে নহয়, জীৱনৰ স'তে সম্পৰ্কিত সাহিত্যৰ ওপৰতো বিৰূপ প্রতিক্রিয়াৰ সৃষ্টি হ'ল। প্রতিকূল পৰিৱেশৰ ফলত সাহিত্য সৃষ্টিত ব্যাঘাত জন্মিল। সাহিত্য-সৃষ্টিৰ ক্ষেত্রত দেখা দিয়া দুৰ্যোগে অসমীয়া সাহিত্যৰ পিঠিত মাধমাৰ শোধালে। ইয়াৰ পিছতেই আহি পৰিল ইংৰাজৰ শাসন। আহোমৰ ৰাজত্বৰ যৱনিকা পৰিল। পঢ়াশালি, অফিচ আদিৰপৰা অসমীয়া ভাষা অপসাৰিত হ'ল। সেই সময়ত শক্তিশালী নেতৃত্বৰ অভাৱ ঘটিল। এই সকলোবোৰ প্রতিকূল অৱস্থাৰ বাবেই লহ্‌পহ্‌কৈ বাঢ়ি অহা অসমীয়া ভাষা-সাহিত্যৰ বৰপুলিটো মুজুৰা পৰিল।

১৮৩৬ চনত মিছনেৰীসকলৰ অসম আগমনৰ ফলত অসমীয়া সাহিত্যৰ বিকাশত দেখা দিয়া অন্ধকাৰ যেন লাহে লাহে আঁতৰি গ'ল। অসমত খৃষ্ট ধৰ্ম প্রচাৰ কৰিবলৈ আহি মিছনেৰীসকল ভাষা-সমস্যাৰ সন্মুখীন হ'ল। অসমৰ মানুহৰ মন জয় কৰিবলৈ তেওঁলোকে পোনতেই অসমীয়া মানুহক স্কুল, আদালত, অফিচ সকলোতে মুখৰ ভাষা অসমীয়া প্রদান কৰাত উঠি-পৰি লাগিল। মিছনেৰীসকল তথা আনন্দৰাম ঢেকিয়াল ফুকনকে প্রমুখ্য কৰি কেইজনমান ডেকাৰ ঐকান্তিক প্রচেষ্টাত অসমীয়া ভাষাই নায্য স্থান ঘুৰাই পালে। ১৮৭২ চনত ইংৰাজ চৰকাৰে পঢ়াশালি আৰু আদালতত অসমীয়া ভাষাক পুনৰ প্রতিষ্ঠা কৰিলে। "Under the Provisions of Act XXIX of 1837 of the Criminal Procedure code, it is herely notified that Assamese is the language to be used in Judicial and Revenue Proceedings in, and is the

৮। পূৰ্বোক্ত গ্রন্থ, পৃঃ ২২১



ordinary language of the five Valley districts of Assam, Viz, Kamrup, Durrung, Nowgong, Seebsagar and Luckimpure. By order of the lieutinant Governor of Bengal, A. Mackenzie, Junior Secretary to the Government of Bengal" (Notification, Judicial Department, Judicial, Calcutta, the 25th July, 1837).

মুঠতে ১৮৩৬ চনৰপৰা ১৮৭২ চনলৈকে অসমীয়া ভাষা নিজ স্থানৰপৰা বিচ্যুত হ'বলগীয়া হোৱাত অসমীয়া সাহিত্যও যথেষ্ট পিছ পৰি গ'ল। এয়া অসমীয়া ভাষা-সাহিত্যৰ এক অপূৰণীয় ক্ষতি বুলি ক'ব পাৰি। অৱশ্যে এই সময়ছোৱাতে অসমীয়া সাহিত্যৰ আকাশত আধুনিকতাৰ বেলিৰ কিৰণ বিৰিঙি উঠিল।

দুতিৰাম হাজৰিকাই আধুনিক প্রকৃতিৰ কবিতা ৰচনা কৰাৰ প্রয়াস কৰিছিল। নিধি লিৱাই ফাৰোৱেলে কবিতা ৰচনাত পুৰণি আৰ্হি প্রয়োগ কৰিলেও মাজে মাজে নতুনত্ব প্রদানৰ প্রচেষ্টাও পৰিলক্ষিত হয়। 'প্রভু য়িচু খ্রিষ্টৰ অৱতাৰ বিৱৰণ' কবিতাটিৰ উদাহৰণ,

"য়ি চুৰ চৰিত্র, অত্যন্ত পবিত্র
গুনৱন্ত মনোহৰ;
সুনা মন দিয়া, ত্রিপ্ত হব হিয়া,
অম্রিত বাক্য সুন্দৰ।
সম্পূৰ্ণ হৈচিলে কাল জন্মৰ জেতিয়া,
পাঁচি দিলে নিজ সুত ইস্বৰে তেতিয়া
নামে য়িচু খ্রিষ্ট অধিকাৰ জিৱনৰ,
নৰক ভাগিও তৰে বিস্বাসে জাহাৰ।"

কবিতাৰ এনে পংক্তিবোৰলৈ লক্ষ্য কৰিয়ে "আধুনিক অসমীয়া কবিতাৰ দুৰ্বল আৰম্ভণি ফাৰোৱেলতে হয়" বুলি কৰা মন্তব্যৰ সৃষ্টি হৈছে। অৰুনোদই যুগলৈকে অসমীয়া কবিতাত পুৰণি ছন্দসজ্জাকে লক্ষ্য কৰা যায়। পদ-দুলড়ী ছন্দৰ প্রয়োগে কবিতাবোৰক এক পুৰণি আৰ্হিৰ মাজতে আৱদ্ধ কৰি ৰাখিছিল। কিন্তু ইয়াৰ পিছতে অসমীয়া কবিতাই আধুনিকতাৰ সাজ পিন্ধিবলৈ লয়। ড° মহেশ্বৰ নেওগৰ মতে, "১৮৪৬ চনৰপৰা 'অৰুনোদই' ওলাবলৈ ধৰে আৰু ১৮৮৯ চনত ওলায় অসমীয়া সাহিত্যৰ বেজবৰুৱা যুগৰ প্রথম জ্যোতিষ্ক 'জোনাকী'। এই দুটা তাৰিখৰ মাজৰ কালডোখৰেই আধুনিক অসমীয়া কাব্যৰ

পাতনিৰ যুগ।"[১]

অসমীয়া কাব্যৰ আধুনিক যুগৰ প্ৰথম গৰাকী কবি হ'ল ৰমাকান্ত চৌধুৰী। ১৮৭৫ চনত প্ৰকাশ পোৱা তেওঁৰ 'অভিমন্যু বধ' কাব্যৰ যোগেদি অসমীয়া কাব্যত আধুনিকতাৰ প্ৰৱেশ ঘটিল। অৰুনোদইৰ যুগলৈকে অসমীয়া কাব্যত পদ-দুলড়িৰ প্ৰাদুৰ্ভাৱ আছিল। ৰমাকান্ত চৌধুৰীয়ে মাইকেল মধুসূদন দত্তৰ অমিত্ৰাক্ষৰ ছন্দৰ আৰ্হিত এই কাব্য ৰচনা কৰিলে। প্ৰকৃততে অসমীয়া কাব্যত এয়া ইংৰাজী সাহিত্যৰ প্ৰভাৱৰো প্ৰথম পদক্ষেপ। কাৰণ, অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম প্ৰয়োগ ঘটে শ্বেইক্সপীয়েৰ আৰু মিল্টনৰ ৰচনাতহে। মিল্টনৰ 'Paradise Lost'ৰ এটি উদাহৰণ দাঙি ধৰা হ'ল।

"Is this the region, this the soil, the Cline
Said then the lost archangel, this the seat
That we must change for heaven, this mournful gloom
For that celestial light? Be it so, since he
Who now is sovercign can dispose and bid
What shall be light : furthest from him is best
Whom reason hath equalled, force hath made supreme.
Above his equals farewell happy fields
Where joy for ever dwells : hail horrors, hail
Infernal world, and thou projoundest hell
Recive thy new possessor."(1. 242-52)

ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ' কাব্যৰ কেইফাঁকিমান উদাহৰণ,

"দশ দিন যুদ্ধ কৰি ভীষ্ম মহাবলী
যেতিয়া শুইলা বীৰে শৰ আসনত,
মহাৰথী পাণ্ডৱেও, আনন্দ মনেৰে,
বজাইলা ঢাক, ঢোল, কৰতাল,
জগঝাম্প, ভেৰি, দবা। আপুনি শ্ৰীহৰি," ইত্যাদি।

ইয়াৰ পিছতে ভোলানাথ দাসে 'সীতাহৰণ কাব্য'ত (১৮৮৮) অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ কৰে। দাসৰ দুটা খণ্ডত প্ৰকাশিত 'কবিতামালা' আৰু 'চিন্তাতৰঙ্গিণী' কাব্যপুথি দুখনে অসমীয়া কবিতাত আধুনিকতাৰ স্পন্দন তুলিলে। ড° মহেশ্বৰ

৯। আধুনিক অসমীয়া সাহিত্য, ১৯৮৫, পৃঃ ৩১



নেওগৰ ভাষাত এয়া যেন আধুনিক অসমীয়া কবিতাৰ মঙ্গলাচৰণ। তেওঁৰ কবি-প্ৰতিভাৰ স্বাক্ষৰ বহন কৰা 'মেঘ' নামৰ কবিতাটিয়ে এক আধুনিকতামুখী স্বাদ পাঠকক প্ৰদান কৰে।

"কি ভাবি হে মেঘ আজি শ্বেত কলেবৰ,
শ্বেত যেন তুলা ৰাশি,
কিম্বা বৰফৰ ৰাশি,
অতি ক্ষুদ্ৰ আয়তনে, সুদূৰ অম্বৰে,
হইলা উদয় কোৱা কিভাবি অন্তৰে।
কোমলতা পূৰ্ণ দেহ; ধবল বৰণ;
কিঞ্চিতো নাহিক দাগ,
কেবল সুশ্বেত বাগ,
নাহি পাপ লেশ দেহে সুপবিত্ৰ মন;
আকাশৰ এক কোনে দিছা দৰশন।"

অসমীয়া কাব্য-সাহিত্যত অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ কৰি ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসে এক যুগমীয়া কীৰ্ত্তিচিহ্ন এৰি থৈ গ'ল। ভোলানাথ দাসৰ খণ্ড কবিতাবোৰত ইংৰাজী গঢ় সততে পৰিদৃষ্ট হয়। তেওঁৰ কবিতাবোৰত ৰোমাণ্টিকতাৰ আৱেশ লক্ষ্য কৰা যায়। অসমীয়া কবিতাত সেয়াই ৰোমাণ্টিকতাৰ পাতল ৰেঙণি বুলি ক'লেও বঢ়াই কোৱা নহয়।

"অমৃতেৰে দেহ ধুই,
আহিছা পৱিত্ৰ হুই,
সৰল কোমল মনে দিছা দৰশন,
এই দৰশন আজি নয়ন ৰঞ্জন।।"

এনেদৰেই অসমীয়া কবিতাত শুনিবলৈ পোৱা গ'ল আধুনিকতাৰ পদধ্বনি। সেই ধ্বনিয়ে জগাই তুলিলে আন কেইগৰাকীমান কবিৰ অন্তৰাত্মাক। তাৰ ভিতৰত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁৰ কবিতাত দেশপ্ৰেমৰ তীব্ৰ জোৱাৰ এক মন কৰিবলগীয়া বিশেষত্ব। তেওঁৰ 'চিন্তানল' নামৰ পুথিখনৰ পাতনিত লিখিছে, "কবিতাৰ ছন্দৰ লাগ-বান্ধ নাই, মনত উঠা ভাবৰ বেগত লিখা; 'চিন্তানল' ই মোৰ নিভাঁজ দেশপ্ৰেমে উদগোৱা অসমৰ ভৱিষ্যত অৱস্থালৈ মন কৰা আৰু ইয়ে মোৰ বুকু চিন্তা-জুয়ে দহি থকা

ভাবৰাশি"। কবিৰ চিন্তাৰ অনলত পৰি তেওঁৰ দেশপ্ৰেম পোৰা সোণৰ দৰেই উজ্বল হৈ উঠিছে। দেশৰ দুৰৱস্থা, দুৰ্গতিয়ে কবিৰ হৃদয়ত বিষাদৰ নৈ বোৱাইছে—

"হায় হায় হায় বুকু ফাটি যায়
যি জুয়ে পুৰিছে হৃদয় সদায়।
উহ! পাহৰণি যেন ৰাক্ষসিনী
গিলিলি বহুত অসম গৌৰৱ।
কোনে উলিয়াব কোনে বা দেখাব
জন্মিছেনে এনে মহা অনুভৱ?
ঠিক অসমীয়া মানুহ নহয়
অসম শ্মশান নোহে কোনে কয়।"

কমলাকান্তৰ দেশপ্ৰেম ৰোমাণ্টিক যুগৰ কবিসকলৰ দেশপ্ৰেমতকৈ কিছু ভিন্ন প্ৰকৃতিৰ। তেওঁ দেশক ভালপায়; কিন্তু দেশৰ দুৰৱস্থাই তেওঁক ব্যতিব্যস্ত কৰি তোলে, প্ৰাণে শান্তি বিচাৰি নাপায়, দেশৰ দুৰৱস্থাৰ বাবে নিজৰ লগতে সোৰোপা অসমীয়া জাতিটোক তেওঁ ধিক্কাৰ দিছে। আন দেশৰ স'তে স্বদেশৰ তুলনা কৰি তেওঁ হীনমন্যতাত ভুগিছে।

"ই দুটি নয়নে যেন চাৰিপিনে
নেদেখোঁ অসম এলাহত মৰা।"

ৰোমাণ্টিক কবিতাৰ দৰেই অতীতপ্ৰীতি তেওঁৰ কবিতাৰ এক উল্লেখযোগ্য বৈশিষ্ট্য। অতীতপ্ৰীতিৰো যেন এয়াই আৰম্ভণি। তেজপুৰৰ কাছাৰী ঘৰৰ চোতালত পৰি থকা শিল এডোখৰকে লিৰিকি-বিদাৰি তেওঁ অতীতৰ প্ৰতি শ্ৰদ্ধাশীল হৈ উঠিছে।

"ই শিলডুখৰি কোনে কাটিছিল,
কাৰণো হাতৰ ই পুৰণি চিন?
কোনে বান্ধিছিল শিলৰ আৱাস,
পমি বা সি জাতি ক'ত হ'ল লীন?"

ৰত্নেশ্বৰ মহন্ত এই সময়ৰে কবি। মাত্ৰ ২৯ বছৰ কাল জীয়াই থাকি তেওঁ অসমীয়া কবিতা তথা আন সাহিত্য সৃষ্টিৰে নিজৰ পৰিচয় দি থৈ গ'ল। নগাঁৱত সেই সময়ত গঢ় লৈ উঠা সাহিত্যগোষ্ঠীৰ অন্তৰ্ভূক্ত হৈ তেওঁ সাহিত্য-চৰ্চ্চাত



মনোনিৱেশ কৰিছিল। "সংসাৰ সুখৰ ঠাই" নামৰ কবিতাত তেওঁ লিখিছে—

"সংসাৰে সুখৰ ঠাই,
ধ্ৰুৰূপ জানিবা ভাই,
খঙ্গো আছে ৰঙ্গো পায়,
ৰোগৰো আছে উপায়,
মৃত্যু আছে মাৰে সঁচা, পুনু ওপজায়,"

আধুনিক অসমীয়া কবিতাত প্ৰতিফলিত ভাৰতীয় জন্মান্তৰবাদৰ যেন এয়াই আৰম্ভণি। এই সময়তে বলীনাৰায়ণ বৰাই ব্যঙ্গ কবিতা ৰচনা কৰি আধুনিক অসমীয়া কবিতাক এক বিশেষ প্ৰমূল্য প্ৰদান কৰিছিল।

আধুনিক কবিতাৰ এই ধাৰাৰ মাজত কবিসকলৰ আত্মপ্ৰকাশৰ ইচ্ছাই বিশেষভাৱে গা-কৰি উঠা দেখা যায়। তদুপৰি আধুনিক কবিতা সৃষ্টিৰ এক নতুন শৈলী আৰু গঢ় এই কবিসকলে ৰূপায়ণ কৰি অসমীয়া কবিতাক গতি লাভ কৰাত সহায় কৰিলে। ভোলানাথ দাস আৰু ৰমাকান্ত চৌধুৰীৰ কবিতাই অসমীয়া কবিতাক আধুনিকতাৰ সাজ পিন্ধালে যদিও প্ৰকৃতাৰ্থত অসমীয়া কবিতাই আধুনিক ৰূপ লাভ কৰিলে ১৮৮৯ চনৰপৰা অৰ্থাৎ 'জোনাকী' কাকতৰ সৃষ্টিৰপৰাহে। লগে লগেই পাশ্চাত্য আৰু বাংলা সাহিত্যৰ প্ৰভাৱৰ ফলত অসমীয়া আধুনিক কবিতাত ৰমন্যাসৰ ৰঙীন টৌৰ সৃষ্টি হ'ল। ফলত অসমীয়া কবিতাৰ ধাৰাটোত নতুনত্বৰ উজান উঠিল। ড° মহেশ্বৰ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত 'ৰোমাণ্টিক কবিতাৰ কাহিনী' এইদৰে আৰম্ভ কৰিছে, "এই পৰিচয়, উচ্ছ্বাসৰ প্লাৱন আহিল যেতিয়া পশ্চিম প্ৰৱাহৰ দ্বাৰৰ উন্মেচন ঘটিল, আৰু দুৱাৰখন মুকলি কৰি দিলে পাশ্চাত্য প্ৰভাৱৰ প্ৰৱল বন্যাৰে ধৌত কলিকতা মহানগৰীতে পঢ়া দুজনমান কলেজীয়া ছাত্ৰই। অসমীয়া ভাষা-সাহিত্যক অৱহেলা আৰু আত্মপ্ৰত্যয়হীনতাৰ ক্লেদ-অৱসাদৰপৰা উদ্ধাৰ কৰিববৈলে কৰা এওঁলোকৰ সংকল্পই অসমীয়া কাব্যবাণীক সম্পূৰ্ণ প্ৰকাশ স্বাধীনতা দিলে আৰু আদি ঊনবিংশ শতকৰ ৰোমাণ্টিক ইংৰাজী কবিতাৰ স্পৰ্শই নিদ্ৰাৰ পৰা তুলিলে। কাব্যিক প্ৰচেষ্টাৰ আদৰ্শৰূপে আগৰ সাহিত্যিক যুগক বিস্মৃতিৰ গৰ্ভলৈ এৰি দিয়া হ'ল।" তথাপি এশ বছৰৰ অসমীয়া কবিতাৰ ইতিহাসৰ ক্ষেত্ৰতো পূৰ্বৰ সাহিত্যিক সকলৰ অৱদানক অস্বীকাৰ কৰিব কোনোপধ্যেই নোৱাৰি।

# পৰিৱৰ্তনৰ ঢৌ

পৰিৱৰ্তন এটা স্বাভাৱিক প্ৰক্ৰিয়া। মানুহৰ জীৱনত পৰিৱৰ্তনে ক্ৰিয়া কৰাৰ দৰে সাহিত্যৰ ক্ষেত্ৰতো পৰিৱৰ্তনে দেখা দিয়ে। অতীত, বৰ্তমান আৰু ভৱিষ্যতে জীৱনত বিশেষ ভূমিকা লোৱাৰ দৰে সাহিত্যতো ইয়াৰ বিশেষ গুৰুত্ব আছে। কবি ৰত্নকান্ত বৰকাকতীয়ে কৈছিল, "পৰিৱৰ্তন জগতৰ ধৰ্ম। কালৰ অবিৰাম সোঁতে জগতক একেথিৰে ৰখা নাই। কেৱল ঢৌৰ উপৰি ঢৌ, পৰিৱৰ্তনৰ পিছত পৰিৱৰ্তন। এটা কথাৰে পৰিৱৰ্তনৰ মাজেদি বিকাশ আৰু আনটোৰে পৰিৱৰ্তনৰ মাজেদি বিনাশ। বিকাশৰ পৰিৱৰ্তননেই উন্নতি আৰু বিনাশৰ পৰিৱৰ্তনেই অৱনতি।"

অসমীয়া কবিতাৰ ধাৰাৰে অহা পৰিৱৰ্তনে ইয়াৰ বিকাশ আৰু বিস্তাৰৰ কথাকে সূচায়। এই পৰিৱৰ্তন কবিতাৰ বিষয়বস্তু, ভাষা, প্ৰকৃতি, ছন্দ,ৰীতি আদি ক্ষেত্ৰত পৰিলক্ষিত হয়। অসমীয়া সাহিত্যৰ বিকাশ আৰু প্ৰতিষ্ঠাৰ পথছোৱা মসৃণ নহয়। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিয়ে উঠি অহা অসমীয়া ভাষা-সাহিত্যৰ ৰাজহাড়ত মাধমাৰ সোধাই সংকটৰ সৃষ্টি কৰিছিল। সেয়া অসমীয়া সাহিত্যৰ সংকটৰ প্ৰথমটো স্তৰ। ইয়াৰ পূৰ্বে মানৰ আক্ৰমণ আৰু অত্যাচাৰেও অসমীয়া ভাষা-সাহিত্যৰ যথেষ্ট ক্ষতি কৰিছিল। ভিন্ন সময়, ভিন্ন স্তৰত অসমীয়া সাহিত্যৰ উন্নতি হৈছে, সংকটৰ মুখামুখি হৈছে আৰু কেতিয়াবা পৰিৱৰ্তনে দেখা দিছে।

সাহিত্য যে হৃদয়ৰ সত্য অনুভূতিৰ অদম্য আৰু নিৰ্ভীক প্ৰকাশ সেই কথা বিশ্বৰ মহাকাব্য কেইখনে উচ্চস্বৰে ঘোষণা কৰে। এই সাহিত্যই জীৱন আৰু ধৰণীলৈ নমাই আনে নিৰ্মাণ অস্ত্ৰ। সাহিত্যিকসকলে এই নিৰ্মাণ অস্ত্ৰ হাতত লৈ সময়ৰ বোকোচাত উঠি পৰিৱেশৰ স'তে খাপ খোৱাকৈ সাহিত্যৰ সৃষ্টি কৰে। সাহিত্যিকে প্ৰয়োজন সাপেক্ষে সৃষ্টি কৰে। মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে সাহিত্য-সংস্কৃতিৰ যি সৌধ নিৰ্মাণ কৰি থৈ গ'ল সেই সৌধ চিৰযুগমীয়া। বৈষ্ণৱ যুগৰ কাব্যই সমাজত আসুৰিক শক্তিৰ নিৰ্মূলকৰণৰ বাবেও মাত মাতিছে। 'শুন শুন ৰে শুন বৈৰী প্ৰমাণা নিশাচৰ নাশ নিদানা'ৰ সৃষ্টিৰ গুৰিতে



আছে নিশাচৰ, অসুৰ শত্ৰুৰ বিৰুদ্ধে প্ৰতিবাদ। যদিও মহাপুৰুষ জনাই ধৰ্মপ্ৰচাৰকে মুখ্য উদ্দেশ্য হিচাপে লৈ সাহিত্য-সংস্কৃতিৰ দিশত আগুৱাই গৈছিল, তথাপি তাৰ মূল লক্ষ্য নিহিত হৈ আছিল সত্য আৰু সংস্কৃতিপূৰ্ণ সমাজ প্ৰতিষ্ঠাৰ অন্তৰালত। মানৱীয়তাৰ যদি স্খলন ঘটে তেন্তে তেনেস্থলত সমাজৰ অধঃপতন ঘটিব। সমাজৰ অধঃপতনে সাহিত্যলৈ ধ্বংসৰ বাৰ্তা কঢ়িয়াই আনে। মানৰ আক্ৰমণৰ ফলত অসমীয়া সমাজ ছেদেলি-ভেদেলি হৈ পৰিছিল। দেশত আইন আৰু শৃঙ্খলাৰ অৱনতি ঘটিছিল। তেনেস্থলত সাহিত্যৰ বিস্তাৰ আৰু শ্ৰীবৃদ্ধি নোহোৱাটোৱে স্বাভাৱিক। সেই সময়ত অসমীয়া মানুহৰ ধ্যান-ধাৰণাই জীৱন নিৰ্বাহক কেন্দ্ৰ কৰিহে গঢ় লৈছিল। সাহিত্য চৰ্চা অথবা শিক্ষা গ্ৰহণৰ কথা তেওঁলোকে ভাবিব পৰা নাছিল। মানৰ আক্ৰমণে অসমখন মৰিশালিত পৰিণত কৰিছিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি অনুসৰি অসম বৃটিছৰ অধীন হ'ল। বৃটিছে মানক খেদি অসমীয়া মানুহক সকাহ দিলে। সেয়েহে বৃটিচ শাসনৰ ভৱিষ্যত ফলাফলৰ কথা মানুহৰ মনলৈ নাহিল। ফলস্বৰূপেই ভৱিষ্যতৰ আকাশখনত ঘন ক'লা ডাৱৰৰ সৃষ্টি হ'বলৈ বেছিপৰ নালাগিল। বৃটিছ শাসনৰ কালত অসমত সাম্ৰাজ্যবাদী আৰু সামন্তীয়, শোষণ -নিষ্পেষণ বৃদ্ধি পাইছিল। মাটিৰ খাজনা বৃদ্ধি, নতুন কৰ আইন আদিৰ ফলত কৃষক বিদ্ৰোহে জন্ম লাভ কৰিছিল। বৃটিছৰ শাসনৰ ফলত অসমীয়া মানুহৰ মাজত সভ্যতা-সংস্কৃতিৰ পৰিৱৰ্তন লক্ষণীয় হৈ পৰিল। ইংৰাজী ভাষা আৰু শিক্ষাৰ প্ৰভাৱত মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টিশীলতাৰ প্ৰতি মন নিমজ্জিত হৈছিল। স্বদেশৰ প্ৰেমত উদ্বুদ্ধ হৈও তেওঁলোকে বৃটিচ শাসনৰ বিৰুদ্ধাচৰণ কৰা নাছিল। গুণাভিৰাম বৰুৱাই 'আসাম বুৰঞ্জী'ত মোৱামৰীয়া বিদ্ৰোহৰ সময়তে বৃটিছে অসম অধিকাৰ কৰাহেঁতেন ভাল আছিল বুলি মন্তব্য কৰিছে। ইংৰাজ শাসনৰ বিৰুদ্ধাচৰণ কৰা মণিৰাম দেৱান পাশ্চাত্য শিক্ষাৰে শিক্ষিত নাছিল। ইংৰাজে অসমৰ স্কুল-আদালতৰ পৰা অপসাৰণ কৰা অসমীয়া ভাষাক পুনৰ প্ৰতিষ্ঠা কৰিলে খ্ৰীষ্টান মিছনেৰীসকলে। পোনপ্ৰথমে তেওঁলোকেই অসমীয়া মানুহক চিন্তা কৰিবলৈ শিকালে, তাৰবাবে উপযুক্ত অৱলম্বন প্ৰদান কৰিলে, সৃষ্টিৰ আনন্দত অৱগাহন কৰিবলৈ প্ৰেৰণা যোগালে। তেওঁলোকৰ কাব্যসৃষ্টিত বৈষ্ণৱ ৰীতিৰ সম্পূৰ্ণ পৰিৱৰ্তন নঘটিল। হেমচন্দ্ৰ-গুণাভিৰামৰ অভ্যুদয়ৰ কালছোৱাত অসমীয়া কাব্যৰ পুৰণি ৰীতিৰ অৱসানত নতুন ধাৰাৰ সৃষ্টি হ'ল। কবিতাৰ বুকুলৈ নতুন ধাৰাৰ আগমনত পৰিৱৰ্তনে দেখা দিলে। 'অৰুনোদই'ৰ লেখক সকলে

ছন্দোবদ্ধৰূপত পদ্য ৰচনা কৰিছিল। তেওঁলোকৰ ধাৰণা আছিল যে ছন্দোবদ্ধ ৰচনাই কবিতা। উপদেশ আৰু বিষয়ৰ পৰিচয় সম্বলিত কবিতাবোৰৰ এক ঐতিহাসিক ভূমিকা লক্ষ্য কৰা যায়। এই কবিতাবোৰে পৰৱৰ্তী গীতি-কবিতা ৰচনাৰ ক্ষেত্ৰত প্ৰেৰণা হৈ কাম কৰিছিল। 'অৰুনোদই' যুগৰ শেষ স্তৰৰপৰাই অসমীয়া কবিতাত পৰিৱৰ্তনৰ সূচনা হয়। এই পৰিৱৰ্তন ঘাইকৈ পৰিদৃষ্ট হয় ছন্দৰ প্ৰয়োগ তথা ঐতিহ্যগত ভাৱাদৰ্শৰ মুক্তিৰ ক্ষেত্ৰত।

অসমীয়া কবিতাৰ ধাৰাৰ পৰিৱৰ্তন ঘাইকৈ আলোচনীৰ পাতত ভেজা দি সংঘটিত হয়। 'অৰুনোদই'ৰ পাততে গঢ় লোৱা আধুনিক অসমীয়া কবিতাই সময় আৰু ভাৱাদৰ্শৰ স'তে সঙ্গতি ৰাখি পৰিৱৰ্তনৰ পথ গ্ৰহণ কৰে। এই পথ নিৰ্মাণত পৰৱৰ্তী আলোচনীসমূহৰ ভূমিকা গুৰুত্বপূৰ্ণ। "অৰুনোদয়ে' ঘাইকৈ অসমীয়া মানুহৰ মনত ভাষা-চেতনা জগাই তুলিলে আৰু পৰৱৰ্তী আলোচনীসমূহে সাহিত্য চৰ্চ্চাৰ এক নৱ জাগৰণৰ বাতাবৰণ সৃষ্টি কৰিলে।

'অৰুনোদই' (১৮৪৬) আৰু 'জোনাকী'ৰ (১৮৮৯) সময়ছোৱা অসমীয়া ভাষা-সাহিত্যৰ বাবে পুনৰ্বাসন আৰু প্ৰতিষ্ঠাৰ সময়। এই কথা অসমীয়া কবিতাৰ ক্ষেত্ৰতো সমানে প্ৰযোজ্য।

অসমীয়া সাহিত্য-কবিতালৈ অহা পৰিৱৰ্তনত বংগৰ নৱজাগৰণে বিশেষ প্ৰভাৱ পেলালে। বংগৰ নৱজাগৰণৰ পৰোক্ষ আৰু প্ৰত্যক্ষ সংস্পৰ্শলৈ অহা আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই এই পৰিৱৰ্তন সাধনত অৰিহণা যোগাইছিল। 'ন চ জ্ঞানাত্ পৰং বলম্' আদৰ্শৰে সৃষ্টি হোৱা 'আসাম-বন্ধু' নামৰ মাহেকীয়া সাহিত্য আলোচনীখনত ভাৱবাদী দৰ্শন, জাতীয়তাবোধ আৰু মানৱতাপূৰ্ণ কবিতাৰ সৃষ্টি হ'ল। ৰত্নেশ্বৰ মহন্তৰ 'স্তুতি' নামৰ কবিতাটিত এক পৰমশক্তিৰ কথা দাঙি ধৰা হৈছে।

"নিৰাকাৰ হ'য়ো যেয়ে শৰীৰীৰ দৰে,
সংসাৰৰ সব কাজ নিৰন্তৰ কৰে,
চকু নাই দেখিছে সকল
আকাশ পাতাল জলস্থল,
কাণ নাই সকলো শুনিছে,
হাত নাই সকলো ধৰিছে,
ভৰি নাই সৰ্ব্বত্ৰতে কৰিছে গমন,



ভজা তাঙ্ক ভজা সদা হই শুদ্ধ-মন।"

'কিয় প্ৰভু প্ৰজিলাহা ময় মহা মূঢ়ক', 'বেদ', 'বিশ্বপতি', 'জীৱন-দৰ্শন', 'উপদেশ', স্তোত্ৰ' আদি কবিতাৰ মাজত ভাৱবাদী দৰ্শনৰ সন্ধান পাওঁ। কোনো সাম্প্ৰদায়িক ধৰ্মালোচনাক ঠাই নিদিয়াকৈয়ে আলোচনীখনে ঈশ্বৰৰ প্ৰতি থকা বিশ্বাসক সদৰি কৰিছে। 'ঈশ্বৰৰ স্থান ক'ত' কবিতাটিত ঈশ্বৰৰ স্থান নিৰ্ণয় কৰিবলৈ জগতৰ সমগ্ৰ সৌন্দৰ্য্যৰ কথাই উল্লেখ কৰা হৈছে। এই ভাৱবাদী দৰ্শন যুক্ত কবিতাৰ ধাৰাটোৱে ৰোমাণ্টিক যুগৰ কবিতাৰ পৰিধিক স্পৰ্শ কৰিছে।

" ৰূপহ জোনৰ জ্যোতি ধৌতময় অতি,
চকুৰ তৃপিতিকৰ মহা মনোহৰ,
যাৰ অনুভৱে হিয়া হয় সুশীতল,
কিবা সেই ঠাই ঈশ্বৰৰ বাস-ঘৰ।

(২)

আয়মী আনন্দ স্বৰগৰ পৰকাশি,
পুখুৰীত পদ্মফুল ফুলিয়া আছয়,
আপোন শোভাক ভাবি তবধ আপুনি,
কিবা জানো সিতো স্থান ঈশ্বৰৰ হয়।"

(৩)

গোলাপ পুষ্পৰ পাহী পৰম সুন্দৰ,
মিচিকীয়া হাঁহিৰে হৰিষ হই মন,
বিস্তাৰিছে আনন্দক অমৃতৰ তুল্য,
তাতেকি হইছে ঈশ্বৰৰ বাসস্থান।"

ইত্যাদি

'আসাম-বন্ধু'ৰ এই কবিতাবোৰত ব্যাকৰণৰ দিশৰপৰা শব্দ আৰু বৰ্ণ প্ৰয়োগত অশুদ্ধৰূপ পৰিলক্ষিত হ'লেও এই কবিতাবোৰে পাঠকৰ মন সহজতে আকৰ্ষণ কৰিব পাৰিছিল।

'আসাম বন্ধু'ৰ পুৰ্বে প্ৰকাশিত 'আসাম বিলাসিনী' (১৮৭১-১৮৮৩), 'আসাম দৰ্পণ' (১৮৭৩, দৰঙৰপৰা প্ৰকাশিত), দিহিং সত্ৰৰপৰা প্ৰকাশিত

'চন্দ্ৰোদয়' (১৮৭৬), 'আসাম দীপিকা' (১৮৭৬, গুৱাহাটীৰপৰা প্ৰকাশিত) কাকত কেইখনৰ বিশেষ প্ৰভাৱ অথবা অৱদান নাছিল। ইয়াৰ বিপৰীতে হেমচন্দ্ৰ বৰুৱাৰ সম্পাদনাত ইংৰাজী আৰু অসমীয়া ভাষাত প্ৰকাশিত 'আসাম নিউচ' (১৮৮২-৮৫) আৰু হৰনাৰায়ণ বৰাৰ সম্পাদনাত প্ৰকাশিত 'মৌ' আলোচনীয়ে কিছু বৰঙণি আগবঢ়াবলৈ সমৰ্থ হৈছিল। অসমীয়া ভাষাক বৰ্ত্তমানৰ ৰূপত প্ৰতিষ্ঠা কৰাত 'আসাম নিউচ'ৰ অৱদান যথেষ্ট। বেজবৰুৱাৰ ভাষাত—"বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি, তাৰ অসমীয়া লিখাৰ গঢ়ৰ ফালে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। 'আসাম নিউচে' নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিত কৰিলে।"[১] 'আসাম বিলাসিনী'ত প্ৰকাশিত কবিতাৰ মাজত দেশপ্ৰেমৰ সোঁত প্ৰৱাহিত হোৱাৰ লগতে অসমৰ দুৰ্দশাৰ ছবিখনিও বিৰিঙি উঠিছে। পদ্মহাস গোস্বামী ৰচিত এটি কবিতা—

(১)

"যাৰ ধনে ধনী ভিন্ন জাতি গণ
অন্নাভাবে কান্দে তেওঁৰ সন্তান,
দ্বাৰে দ্বাৰে ফুৰে জীৱিকা কাৰণ,
ভাবি চালে বুকু হয় নিদাৰুণ।।

(২)

বহুদিনলৈকে থাকিয়া অধীন,
বল বীৰ্য্য হীন হইছে আসাম,
দুঃখত এতিয়া নীয়াইছে দিন,
মনে শোকানল জ্বলে অবিৰাম।।"

ইত্যাদি

'আসাম বিলাসিনী'য়ে অসমীয়া জাতি তথা জাতীয় সাহিত্য আৰু ভাষাৰ শোচনীয় অৱস্থাত এটি উত্তৰণৰ পথ প্ৰদৰ্শন কৰিবলৈ চেষ্টা কৰিছিল। বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ ভাষাত, " 'আসাম বিলাসিনী' অকল জাতীয়তাবাদী

১। বেজবৰুৱা গ্ৰন্থাৱলী, ১ মখণ্ড, পৃ ঃ ৩৯



কাকতেই নাছিল, আমোলাতন্ত্ৰৰ অধীনত থকা নিচেই তলখাপৰ কৰ্মচাৰীৰপৰা ৰাজধানীত থকা বিষয়াসকললৈকে—সকলোৰে নিমিত্তে সৌকাজৰা বেজস্বৰূপ আছিল।"[২]

ইমান দিনে অসমীয়া কবিতাৰ যিটো ধাৰা প্ৰৱাহিত হৈ আহিছিল, ১৮৮৯ চনত 'জোনাকী'ৰ সৃষ্টিত সেইধাৰাত পৰিৱৰ্তনৰ ঢৌ উঠিল। অসমীয়া সাহিত্যৰ বিকাশত প্ৰধান ভূমিকা গ্ৰহণ কৰা 'জোনাকী'য়ে অসমীয়া কবিতাক নতুন সাজেৰে সজাই তুলিলে। এই সাজ পাশ্চাত্যৰপৰা আমদানি কৰা যদিও তাৰ পিন্ধন ৰীতি সম্পূৰ্ণ অসমীয়া। 'জোনাকী'ৰ পূৰ্বৰ কবিসকলে অসমীয়া কবিতাত ৰোমাণ্টিক জাগৰণৰ যি ইঙ্গিত বহন কৰিছিল, 'জোনাকী'য়ে তাক বাস্তৱত ৰূপায়িত কৰিলে। 'জোনাকী'য়ে অসমীয়া কবিতাত ইংৰাজী ৰোমাণ্টিক ভাৱাদৰ্শ আৰু ৰূপ আৰোপ কৰি এক বিৰাট পৰিৱৰ্তন সাধিলে। বংগৰ নৱজাগৰণ আৰু ইংৰাজ কবিসকলৰ প্ৰভাৱত অসমীয়া কবিতাতো এক নৱজাগৰণৰ সূচনা হ'ল। কবিতাৰ বিষয়বস্তু, ভাৱ, ৰূপ, ৰস সকলোতে পৰিৱৰ্তনৰ বতাহ লাগিল। অসমীয়া কবিতাত ৰোমাণ্টিক ভাৱধাৰা গঢ় লৈ উঠাত ৰাজনৈতিক পৰিৱেশৰ কথা আহি পৰা নাছিল, যেনেদৰে পূৰ্বৰ কাকত-আলোচনীত ৰাজনৈতিক পৰিৱেশৰ চাপ পৰিছিল। এই সময়ৰ কবিতাত নতুনৰ পয়োভৰ থাকিলেও পুৰণি ঐতিহ্যক কবিসকলে পাহৰা নাছিল। গীতি-কবিতাৰ গুণেৰে এই যুগৰ কবিতা সমৃদ্ধ।

অসমীয়া কবিতাত ৰোমাণ্টিক প্ৰভাৱ পৰিছিল পাশ্চাত্য সাহিত্য আৰু বাংলা সাহিত্যৰ যোগেদি। জোনাকী যুগৰ ত্ৰিমূৰ্ত্তি চন্দ্ৰকুমাৰ আগৰৱালা, বেজবৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ প্ৰচেষ্টাত অসমীয়া কবিতাৰ এই বিশেষ ধাৰাটোৱে বিকাশ লাভ কৰিলে। অসমীয়া কবিতাৰ এই ৰোমাণ্টিক ধাৰাৰ বিকাশত ৰঘুনাথ চৌধাৰী, হিতেশ্বৰ বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা আদি কবিসকলে প্ৰভূত বৰঙণি আগবঢ়ালে। এই বিৰাট পৰিৱৰ্তন সূচিত হোৱাত অসমীয়া কবিতাত প্ৰেম, দেশপ্ৰেম, প্ৰকৃতিপ্ৰীতি, জাতীয় জাগৰণ, অতীতপ্ৰীতি, অতীন্দ্ৰিয়বাদ, কল্পনা আৰু সৌন্দৰ্য্যৰ অনুভূতিয়ে বিশেষ স্থান লাভ কৰিলে। কবিতাৰ ধাৰাত পৰিলক্ষিত হ'ল স্বতঃস্ফূৰ্তৰ ইঙ্গিত। জোনাকী যুগৰ কবিতাত ধ্বনিত হ'ল ৰোমাণ্টিক আন্দোলনৰ তীব্ৰ জোৱাৰৰ শব্দ। প্ৰকৃততে

২। অৰ্ঘাৱলী, ১৯৭০, পৃঃ ১০২

অসমীয়া কবিতাৰ ধাৰাত দেখা দিয়া পৰিৱৰ্তনৰ ঢৌ এই যুগৰে স্ৰোতৰ ফল। এই পৰিৱৰ্তন 'জোনাকী'ৰ প্ৰতি পাতে পাতে অতি সুস্পষ্ট।

'বিজুলী' আৰু 'ঊষা' আলোচনীত যি দুই-চাৰিটা কবিতা প্ৰকাশ পাইছিল, তাৰ মাজত মন্ময়ধৰ্মিতা গুণ লক্ষ্য কৰা যায়। ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত, "যদিও সৰহভাগ কবিতাই লিৰিক জাতীয় মন্ময়ধৰ্মী, 'দ্বৈপায়ন হ্ৰদত যুদ্ধ'ৰ দৰে বৰ্ণনাধৰ্মী তন্ময় কবিতাও প্ৰকাশ হৈছিল।[৩]"

'বাঁহী', 'ঊষা', 'আলোচনী', 'আসাম বান্ধৱ' আৰু 'চেতনা' আলোচনী প্ৰকাশ পোৱাত অসমীয়া কবিতাই এটি বিশেষ ধাৰাৰ মাজেৰে আগুৱাই যায়। উল্লেখযোগ্য যে ১৯০৩ চনত জাতীয় জীৱনৰ প্ৰভাৱ পেলোৱা Assam associationৰ আৰম্ভণি হয়। ই ৰাজনৈতিক অনুষ্ঠান নাছিল যদিও ইয়াৰ লগত জড়িত ব্যক্তিসকল আছিল ৰাজভক্ত। Assam associationৰ গৰ্ভৰপৰাই ১৯১৭ চনত অসম সাহিত্য সভাৰ জন্ম হয়। ১৯২১ চনত সৃষ্টি হয় অসম কংগ্ৰেছৰ। Assam associationৰ শেষৰজন সভাপতি আছিল ছবিলাল উপাধ্যায়। অসমীয়া কবিতাৰ ক্ষেত্ৰত দেখা দিয়া পৰিৱৰ্তন আৰু বিকাশৰ ইতিহাসত Assam associationৰ যথেষ্ট ভূমিকা আছে। ওপৰোক্ত আলোচনীসমূহৰ জৰিয়তে অসমীয়া কবিতাৰ প্ৰবহমান ধাৰাত পৰিৱৰ্তনৰ ঢৌ উঠিল।

১৯০৯ চনৰ ডিচেম্বৰ মাহত লক্ষ্মীনাথ বেজবৰুৱাই 'বাঁহী'ত ফু দিয়াৰ লগে লগেই অসমীয়া আলোচনীৰ ইতিহাসত এক নতুন যুগৰ সূত্ৰপাত হ'ল। তাৰ লগে লগে অসমীয়া কবিতাৰ ক্ষেত্ৰতো উত্তৰণ ঘটিল। জোনাকী-যুগত নিজৰি অহা কবিতাৰ প্ৰবহমান ধাৰাটোৱে 'বাঁহী'ৰ যুগত এক বৃহৎ কাব্য-সিন্ধুৰ সৃষ্টি কৰিলে। 'বাঁহী'ৰ ১ম বছৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত 'কবিতা' প্ৰবন্ধত কবি যতীন্দ্ৰনাথ দুৱৰাই লিখিছে, "কবিতাই আমাক সেই ৰাজ্যলৈ লৈ যায় যি ৰাজ্যত বহি কবিয়ে কল্পনাৰ বলেৰে ছবি আঁকিছিল। আমি সেই ৰাজ্যৰ অসীম সৌন্দৰ্য্য দেখি সংসাৰৰ জ্বালা-যন্ত্ৰণা পাহৰি কবিৰ ভাবতে ভোল গৈ আপোন হেৰুৱা হওঁ। আৰু কবিতাই কি কৰে? কবিতাই কল্পনাৰ ৰাজ্যত ফুৰাই, পাৰিজাত ফুল ফুলি থকা নন্দন কাননৰ দাঁতিয়েদি বৈ যোৱা

৩। এ এছ ক্লাবৰ মুখপত্ৰ, অ. ভা. উ. সা আৰু 'জোনাকী'ৰ শতবাৰ্ষিকী, ১৯৮৯, পৃঃ ৩১



মন্দাকিনীৰ তীৰৰ অপ্সৰাসকলৰ সুমধুৰ সঙ্গীত পৰিপূৰ্ণ স্বৰগৰ অপূৰ্ব শোভা দেখুৱাই, মন আনন্দেৰে প্ৰফুল্লিত কৰি, পুনৰ মৰতলৈ নমাই মেঘৰ গাজনিৰে সৈতে ভীষণ ধুমুহাপূৰ্ণ প্ৰকৃতিৰ ভয়ঙ্কৰ মূৰ্ত্তি আগত তুলি ধৰি ভয় লগুৱাই, হৃদয় বিদাৰক মৃত্যুৰ ছবিৰ কাষেদি লৈ গৈ, প্ৰাণত শোকৰ বেগ উঠলাই, শৰতৰ নিৰ্মল জোনাক সৰগৰ তলেদি আনি, বসন্তৰ কুঁহি কুঁহি নতুন ফুল-পাতেৰে জকমকোৱা, গছ-লতাৰে সুসজ্জিত প্ৰকৃতিৰ বিতোপন মনমোহা ৰূপেৰে, হৃদয়ক বিস্ময় ৰসেৰে বুৰুৱাই, নিৰ্জীৱ মনৰ ভাৱ সজীৱ কৰি, মৰমৰ প্ৰাণত শান্তিৰ পানী ছটিয়াই দিয়ে।" 'বাঁহী'ত প্ৰকাশিত কবিতাবোৰো এনেবোৰ গুণ আৰু লক্ষণাক্ৰান্ত আছিল। এইসময়ত কবিতালৈ কেৱল পৰিৱৰ্তনেই অহা নাছিল, নতুন ধাৰাত নতুন সুৰৰ সৃষ্টি কৰি প্ৰতিষ্ঠিত হৈছিল এচাম কবি। কবিসকলে পাশ্চাত্যৰ ধাৰাৰে প্ৰভাৱান্বিত হোৱাই নহয়, পাশ্চাত্যৰ কবিতাৰ অনুবাদো কৰি কবিতাৰ বুকুত নতুনত্ব আৰোপ কৰিছিল। দেবেশ্বৰ চলিহাই শ্যেলীৰ 'To a Skylark' কবিতাৰ ভাঙনি কৰিছে এনেদৰে,

"সোণৰ ৰহণ ঢালি
আকাশত পাখি মেলি
মেঘৰ লগত মিলি
মৌসনা গীত তুলি
কোন তুমি কোৱাচোন ভুৱন ভুলোৱা?
চৰাই নোহোৱা তুমি
ঘিণ কৰি মৰ্ত্তভূমি
উঠি গৈ আকাশত
লুকাই মেঘৰ ছাঁত
গীত-মধু-বৰষুণ সদাই পঠিৱা?"

(৬ষ্ঠ বছৰ, ১ ম সংখ্যা)

'উত্তিষ্ঠিত জাগ্ৰত প্ৰাপ্য বৰাননি বোধতে'—উপনিষদৰ এই বাণী সাৰোগত কৰি অম্বিকাচৰণ ৰায়চৌধুৰী আৰু চন্দ্ৰনাথ শৰ্মাই ১৯১৯ চনৰ চেপ্তেম্বৰ

মাহত সম্পাদনা কৰি উলিয়ায় মাহেকীয়া 'চেতনা' কাকত। পিছলৈ সম্পাদনাৰ গুৰু দায়িত্ব বহন কৰে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে। এই আলোচনীখনৰ প্ৰধান সুৰ আছিল জাতীয়তাবাদ। 'চেতনা' চলি থকাৰ সময়তে ১৯২৬ চনত পাণ্ডুত জাতীয় কংগ্ৰেছৰ ৪১ তম অধিবেশন অনুষ্ঠিত হৈছিল। অম্বিকাগিৰী ৰায়চৌধুৰী আছিল কংগ্ৰেছৰ সক্ৰিয় সদস্য। সেই অধিবেশনত পৰিৱেশন কৰা 'বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰনাৰায়ণ ৰূপ' গীতটোৱে জনগণৰ মাজত জাতীয়তাবাদৰ তীব্ৰ উচ্ছ্বাস জগাই তুলিছিল। সেই সময়ত অসমত চলি থকা জন-প্ৰব্ৰজনৰ ফলত অসমৰ অস্তিত্বৰ আশঙ্কাত শঙ্কিত 'চেতনা' ই জনতাক চেতনালব্ধ কৰিবলৈ চেষ্টা কৰিছিল। জনগণৰ মাজত নৰনাৰায়ণৰ ৰূপ প্ৰত্যক্ষ কৰা অম্বিকাগিৰীয়ে 'চেতনা'ৰ জৰিয়তে অসমীয়া কবিতাত এক জাতীয়তাবাদী সুৰ সঞ্চাৰ কৰিলে।

১৯১৬ চনত অসম ছাত্ৰ সন্মিলন সংগঠিত হয়। এই সন্মিলনত অসমৰ নেতা আছিল চন্দ্ৰনাথ শৰ্মা। এই ছাত্ৰ সন্মিলনত কংগ্ৰেছৰ কিছু প্ৰভাৱ নপৰাও নহয়। ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলনে' (১৯২৩) কবিতাত জাতীয় জাগৰণৰ প্লাৱন নমালে। 'মিলন'ৰ প্ৰথম সম্পাদক আছিল গৰ্গৰাম চৌধুৰী। ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা আদিয়ে বুৰঞ্জীৰ চৰিত্ৰ আৰু বুৰঞ্জীখ্যাত ঠাইক কবিতাৰ বুকুত স্থান দিলে। খণ্ড-কবিতাৰ বিষয়বস্তু হিচাপে তেওঁলোকে ইতিহাসৰ কাহিনীক বাছি ল'লে। "পদ্মধৰ চলিহাৰ জাতীয় গীতি, দণ্ডিনাথ কলিতাৰ ৰাজনৈতিক ব্যঙ্গ, তৰুণৰাম ফুকনে কামৰূপীয় স্থানীয় শৈলীত ৰচনা কৰা 'নিংনি ভাউৰীয়াৰ গীত' আদিত আত্মসচেতন কাল-সন্ধিৰ পদাঙ্ক" পৰিলক্ষিত হয়। 'মিলন'ত প্ৰকাশিত ধীৰেন দত্তৰ 'কাঠমিস্ত্ৰীৰ ঘৰ' কবিতাটোৱে এই নতুন জাগৰণৰ সূচনা কৰিলে। দধি মহন্ত, গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য জড়িত হোৱাত কবিতাত সাম্যবাদী ঢৌ উঠিল। ছাত্ৰ সন্মিলন কমিউনিষ্ট হৈ পৰিল। কমিউনিষ্টসকলে মানুহৰ অৰ্থনৈতিক মুক্তি বিচাৰিলে।

১৯২৯ চনত 'আৱাহন' প্ৰকাশ পোৱাত, সাম্যবাদী ধাৰা প্ৰৱাহিত হোৱাত এক স্বচ্ছলতা আহিল যদিও প্ৰথমাৰ্দ্ধত ৰোমাণ্টিক ধাৰাটোৱেই গতি লাভ কৰিলে। খৰতকীয়া গতিৰে ৰোমাণ্টিক ভাৱধাৰাই পৰিণতিৰ চৰম স্থানত উপনীত হ'ল। উদাহৰণ স্বৰূপে ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰকাশ পোৱা প্ৰকৃতিৰ প্ৰতি তীব্ৰ ভালপোৱাৰ অনুভূতি আৱাহন যুগৰ শেষ স্তৰৰ কবিতাত



অনুভূত নহয়। আৱাহন যুগৰ কবিতাত ভিক্টৰিয়ান যুগৰ 'প্ৰি-ৰাফেলাইট' সুৰৰ ধ্বনি বাজি উঠিছে। উদাহৰণ স্বৰূপে লক্ষ্মীনাথ ফুকনৰ 'সাক্ষী' নামৰ কবিতাটোলৈ আঙুলিয়াব পাৰি।

"এতিয়াও গছৰ পাতত
লাগি আছে উশাহ তোমাৰ
এতিয়াও তোমাৰ সুবাসে
মলয়াক দিছে সুধা-ধাৰ
এতিয়াও লাজুকী বনৰ
গুচা নাই কুচিমুচি ভাও
এতিয়াও মৌ-মাখিবোৰে
কাঢ়িয়ে ফুৰিছে হামৰাও।"

এই যুগৰ কবিতাত ইন্দ্ৰিয়গ্ৰাহ্যতাও পৰিস্ফুট হয়। কবি গণেশ গগৈৰ কবিতাত দৈহিক সৌন্দৰ্য্যৰ অপূৰ্ব প্ৰকাশ ঘটিছে।

"জালিকটা ৰিহাৰেই ঢাকিলে কি হ'ব সখী
পাহি মেলি ফুলি অহা পদুমৰ কলি?
আৱেগৰ বা লাগি নুৰিবনে ৰেণু তাৰ
নাহিবনে কাষ চাপি মতলীয়া অলি?
কেঁচাসোণ বৰণীয়া তোমাৰ লৱণু তনু
দহি বটা খনীয়াৰে নোৱাৰা ঢাকিব,
বিৰিঙি বিৰিঙি সখী মনোৰম ৰূপ ৰেখা
জোনাকী পৰুৱা হই জিলিকি আহিব।"

ৰঘুনাথ চৌধাৰীৰ প্ৰকৃতি প্ৰেম, অম্বিকাগিৰী, ৰত্নাকান্ত বৰকাকতিৰ ঐশ্বৰিক প্ৰেম, যতীন্দ্ৰনাথ দুৱৰাৰ প্লেট'নিক প্ৰেমৰ বিপৰীতে যুগসন্ধিৰ কবি দেৱকান্ত বৰুৱাই কবিতাৰ বুকুত মানৱ জীৱনৰ বাস্তৱ সুৰৰ অনুৰণন তুলিলে। তেওঁৰ কবিতাত ঘোষিত হৈছে মানুহৰ শক্তিৰ কথা। সেইদৰে প্ৰেমৰ অন্তৰালত ধ্বনিত হৈছে বিদ্ৰোহৰ সুৰ। ৰবাৰ্ট ব্ৰাউনিঙৰ আৰ্হিত কবিতাত নাটকীয় নিৰ্জনোক্তিৰ ৰূপ আৰু গদ্যধৰ্মী কাব্যশৈলী প্ৰয়োগ কৰি দেৱকান্ত

বৰুৱাই অসমীয়া কবিতাত আন এক পৰিৱৰ্তন সাধন কৰিছিল।

"সাগৰ দেখিছা? দেখা নাই কেতিয়াও? ময়ো দেখা নাই
শুনিছোঁ তথাপি, নীলিম সলিল ৰাশি, বাধাহীন
উৰ্মিমালা আছে দূৰ দিগন্ত বিয়াপি।"

*     *     *     *     *     *

"অতপৰে আহিলা লাহৰী?
তোমালৈকে আছোঁ বাটচাই।"

১৯২৩ চনৰপৰা ১৯৩০ চনলৈ প্ৰকাশিত 'কল্লোল'ৰ যুগে বঙ্গীয় সাহিত্যৰ লগতে অসমীয়া লেখকসকলকো প্ৰেৰণা যোগাইছিল। অসমীয়া কবিতাৰ ইতিহাসত 'কল্লোল'ৰ অৱদান উল্লেখযোগ্য। ১৯৩৮ চনৰ ২ জানুৱাৰীত 'জয়ন্তী' প্ৰকাশ পোৱাত কবিতাৰ ৰোমাণ্টিক পৰম্পৰা ক্ষীণ হৈ আহিল আৰু বাস্তৱৰ ছবি প্ৰকট হৈ ধৰা দিলে। প্ৰসন্নলাল চৌধুৰীয়ে 'নাঙলৰ গীত'ত কৃষকৰ বেদনা প্ৰকাশি গালে—

"দেশে দেশে একে কথা
ঘাম উলিয়াই যেয়ে ভাত খায়
সেয়ে প্ৰকাশিছে ব্যথা।
কৃষাণে ইবাৰ বিষাণ বজায়
নিচান উৰায়
ৰাজ্য চলায়
ভেদিছে মৰ্ম কথা
বাই কাল চিত্ত মথা।"

'জয়ন্তী'ৰ সপ্তম বছৰৰ পৰাই অসমীয়া কবিতাত দেখা দিয়া নতুন সুৰটো অতি স্পষ্ট হৈ পৰিল। এই সময়ছোৱাত পূৰ্বৰ কবিতাৰ গুণগত আৰু ভাৱগত পৰিৱৰ্তন মন কৰিবলগীয়া। প্ৰকৃততে দেৱকান্ত বৰুৱাৰ 'সংশয়ৰ ধুমুহাত নাচিছে আমাৰ নাও' কবিতাফাঁকিয়েই মানুহৰ বাস্তৱ জীৱনৰ যন্ত্ৰণাক সদৰি কৰে।

১৯৩৯ চনটো সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক দিশত গুৰুত্বপূৰ্ণ



হোৱাৰ দৰে সাহিত্যৰ ক্ষেত্ৰতো উল্লেখযোগ্য। ১৯৩৯ চনটো অসমীয়া কবিতাৰ দিশ পৰিৱৰ্তনৰ এটা নিৰ্ণায়ক বিন্দু। এই চনতে আৰম্ভ হয় দ্বিতীয় মহাযুদ্ধৰ। ছাত্ৰ ফেডাৰেচনৰ স'তে ছাত্ৰ সন্মিলন যোগ হৈ গ'ল; আৱাহন বন্ধ হ'ল; প্ৰগতিশীল নতুন জয়ন্তীৰ আৱিৰ্ভাব হ'ল। দ্বিতীয় মহাযুদ্ধৰ সময়ত প্ৰাচীন প্ৰমূল্যৰ অৱক্ষয় ঘটিল। নতুন বাওঁপন্থী ৰাজনৈতিক, সামাজিক চিন্তাই কবিসকলৰ মনত খোপনি পুতি বহিল। ফলত কবিতাৰ বুকুৰপৰা ৰোমাণ্টিক কল্পনা আঁতৰি গ'ল, তাৰ ঠাই ল'লে ৰসহীন বিদ্ৰোহে। চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, ভৱানন্দ দত্ত, হেম বৰুৱা আদি কবিসকল এজ্ৰা পাউণ্ড, এলিয়ট, বোড্‌লেয়াৰ আদি কবিসকলৰ দ্বাৰা প্ৰভাৱান্বিত হ'ল। ফলত আধুনিক অসমীয়া কবিতাত কবি প্ৰসিদ্ধি, পুৰণি চিত্ৰকল্প, পুৰণি ছন্দৰ অৱসান ঘটিল। নতুন ঢৌৰ স্পৰ্শত বিদ্ৰোহী ভাৱৰ প্ৰকাশ ঘটিল। পৰিৱৰ্তনৰ ঢৌৱে কঢ়িয়াই অনা মাটিৰে অসমীয়া কবিতাৰ ভেটি নিৰ্মাণত অৱদান আগবঢ়ালে ঘাইকৈ চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, হেম বৰুৱা, ভৱানন্দ দত্ত আৰু অমূল্য বৰুৱাই। আধুনিকতাৰ নতুন চেতনালৈ আগবাঢ়ি যোৱা ভৱানন্দ দত্তৰ উল্লেখযোগ্য কবিতাটো হ'ল—'ৰাজপথ'। হেম বৰুৱাৰ প্ৰগতিশীল কবিতা 'পূজা', 'গুৱাহাটী ১৯৪৪'। চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ 'মাথোন এখন নৈ' এটি উল্লেখযোগ্য কবিতা। হেম বৰুৱাই 'গুৱাহাটী ১৯৪৪'ত গুৱাহাটীৰ সাৰ্থক চিত্ৰ দাঙি নধৰিলেও এক ইতিহাস প্ৰকাশ কৰিছে।

"১৯৪৪ উৰে তুফান বেগেৰ
সহচৰ
ব্লেক আউট, ব্লেকমাৰ্কেট আৰু
বহুত আন্দোলন
বিশ্ববিদ্যালয়, কস্তুৰবা স্মৃতি পুঁজি
প্ৰগতি সাহিত্য;
প্ৰগতি বিৰোধী বাহিনীৰ গণতান্ত্ৰিক আক্ৰোশ
আৰু
হিন্দু-মুছলমানৰ ঐক্যতান
(শীতৰ দিনতো মহৰ গান)
গান্ধী-জিন্না আলোচনাৰ সফল কামনা

আজি দেশজুৰি কামনা-বাসনা।”

ৰাজনীতিত বিশ্বাসী হেম বৰুৱাই ৰাজনৈতিক চিন্তাধাৰাৰে বুনিয়াদ ৰচনা কৰি কবিতাতো তাৰ ৰূপ সন্নিবিষ্ট কৰিছিল। কবিতাত সমাজৰ ৰূপ আৰোপ কৰি তেওঁ কবিতাত সমাজবাদৰ ধ্বনি ঘোষণা কৰিছিল। আধুনিক অসমীয়া কবিতাত এয়া এক আন পৰিৱৰ্তনৰ চিন।

অসমীয়া কবিতাত প্ৰগতিবাদী ধাৰাটো প্ৰৱাহিত হোৱাত কমলনাৰায়ণ দেৱ, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু ভৱানন্দ দত্তৰ অৱিহণা অপৰিসীম। তেওঁলোকৰ সহযোগত প্ৰগতিশীল ভাৱধাৰাই 'জয়ন্তী'ৰ পাতত বিস্তৃতি লাভ কৰিছে। অমূল্য বৰুৱাই প্ৰগতিবাদী কবিসকলৰ দ্বাৰা প্ৰভাৱান্বিত হৈ 'জয়ন্তী'ৰ পাতত কবিতা লিখিছিল, য'ত তেওঁৰ লক্ষ্য আছিল অসমীয়া কবিতাৰ ধাৰা সামাজিক বাস্তৱবাদলৈ ৰূপান্তৰিত কৰা। সমাজতান্ত্ৰিক বাস্তৱতা সমাজৰ সত্যৰ ওপৰত প্ৰতিষ্ঠিত; ই বাস্তৱৰ কলাত্মক প্ৰতিবিম্ব। ইয়াত আৱৰণ নাই, ভণ্ডামি নাই, আছে সত্যৰ প্ৰতিফলন। ইয়াৰ লগত সাঙোৰ খাই আছে উদাৰ মানৱতাবাদ। অমূল্য বৰুৱাৰ 'কুকুৰ' ত দৰিদ্ৰশ্ৰেণীৰ জীৱনৰ যন্ত্ৰণাময় সংগ্ৰাম প্ৰকাশ পাইছে। এইটো এটা প্ৰতীকধৰ্মী কবিতা। তেওঁৰ 'বেশ্যা'ৰ দৰে মননশীল আৰু আবেদনময়ী কবিতা ভাৰতীয় সাহিত্যতে বিৰল বুলি মন্তব্য কৰাও শুনা যায়।

প্ৰগতিবাদী আন্দোলনেৰে অসমীয়া কবিতাক উজ্জীৱিত কৰা কমলনাৰায়ণ দেৱ, ভৱানন্দ দত্তই ক্ৰমে 'সত্যকাম' আৰু 'নচিকেতা' ছদ্মনামত কবিতা ৰচনা কৰিছিল। সেইদৰে চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ ছদ্মনাম আছিল 'দেৱানাং-প্ৰিয়', 'উৎপল চৌধুৰী' আৰু 'জ্ঞানদা চৌধুৰী'।

'জয়ন্তী'ৰ সপ্তম বছৰৰ প্ৰথম সংখ্যাত কেশৱ মহন্তৰ 'চোৰৰ কৈফিয়ৎ' প্ৰকাশ পোৱাত এক নতুন সুৰৰ গুঞ্জন শুনা গ'ল।

“মই চোৰ
আজিৰ হাৱাই মোক চুৰ কৰাইছে।
ইণ্ডিয়ান পেনেল কডত মোৰ নাম চোৰ।
আৰ্থিক নাম মোৰ ভোকাতুৰ।
তুমি?
তুমি জ্ঞানী।



চুৰ কৰা মহাপাপ
অপইতা বয়সৰেপৰা শিকা
এই একেষাৰ কথা
তুমি লিখি দিয়া কিতাপত পোৱা
আৰু, তেতিয়া তাকেই সঁচা বুলি মনা
এতিয়া—
বয়সৰ অভিজ্ঞতাই
কথাষাৰ মিছা বুলি কয়।”

'জয়ন্তী'য়ে অসমীয়া কবিতাৰ পথাৰত পৰিৱৰ্তনৰ নতুন বাটটি কাটি দিলে। 'পছোৱা'ৰ বুকুত সেই পৰিৱৰ্তনে স্থিতি লৈ অসমীয়া কবিতাক এক নতুন ৰূপ প্ৰদান কৰিলে। 'জয়ন্তী'ৰ পাতত সীমা দত্ত ছদ্মনামেৰে কবিতা লিখা নৱকান্ত বৰুৱাৰ কবি-প্ৰতিভা 'পছোৱা'ৰ মাজেদি বিকশিত হয়। “আমিতো নাপালোঁ হায় পৃথিৱীৰ প্ৰথম যৌৱন'ৰ দৰে কবিতাৰ শাৰীত প্ৰকাশ পাইছে আধুনিক মানুহৰ সংশয়।

১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাত কবিসকলৰ মনলৈ প্ৰশান্তিৰ ভাৱ আহিল। সমাজবাদে কবিতাত যুগান্তৰ আনিলে। হেম বৰুৱা, নৱকান্ত বৰুৱাৰ কবিতাৰ মাজেদিয়ে অসমীয়া কবিতাত বিয়পি পৰিল চিত্ৰকল্পবাদ, প্ৰতীকবাদ, অভিব্যক্তিবাদ আদি ভিন্ন বাদ আৰু মতবাদ। 'পছোৱা'ই অসমীয়া কবিতাক এক বিশেষ মাত্ৰা প্ৰদান কৰিলে। ভৱানন্দ ৰাজখোৱা, অমৃত ডেকা, হৰি বৰকাকতী, বুধিন বৰুৱা, যতিনাৰায়ণ শৰ্মা আদিৰ কবিতাই 'পছোৱা'ক সমৃদ্ধ কৰিছিল। 'পছোৱা'ৰ পিছতে ক্ষীণভাৱে প্ৰগতিশীল ভাৱধাৰাটো 'ৰংঘৰে' (১৯৪৮) বোৱাই ৰাখিছিল। ইয়াৰ পূৰ্বে চল্লিশৰ দশকৰ শেহাৰ্দ্ধত আব্দুল মালিক সম্পাদিত 'পায়গাম' (১৯৪৬) আৰু ধৰণীধৰ দাসৰ 'অভিযান' (১৯৪৭) আৰু চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'অভিযাত্ৰী' প্ৰকাশ পায়।

বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'ৰংঘৰ' আছিল শিশু আলোচনী। তথাপি জ্যোতিপ্ৰসাদ আগৰৱালা, কমলানন্দ ভট্টাচাৰ্য্য, দেৱকান্ত বৰুৱা, ৰত্নকান্ত বৰকাকতি, মহেশ্বৰ নেওগ, নৱকান্ত বৰুৱা, মহিম বৰা আদিৰ কবিতা ইয়াত প্ৰকাশ পাইছিল। দুবছৰৰ পিছত 'ৰংঘৰ' বন্ধ হৈ 'ৰামধেনু'ৰ প্ৰকাশ ঘটিল—

'...ওখ খাপৰ মাহেকীয়া আলোচনী এখনৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিছোঁ। সেইকাৰণেই সাত পাঁচ গুণি গাঁথি ২য় বছৰৰপৰা ৰংঘৰ প্ৰকাশ বন্ধ কৰি তাৰ ঠাইত আকাৰত ডাঙৰকৈ ৰামধেনু উলিয়াই 'ৰামধেনু প্ৰকাশ লিমিটেড' নামৰ সাৰ্থকতা সধা হৈছে।" 'জয়ন্তী'ৰ পাতত সূচনা হোৱা বাস্তৱবাদী চিন্তা ধাৰণাই 'ৰামধেনু'ৰ পাতত পূৰ্ণৰূপ লাভ কৰাৰ উপৰিও কিছু নতুন মতবাদে গা কৰি উঠিলে। ভিন্ন দেশৰ ঐতিহ্য আৰু পৰম্পৰাই ৰামধেনু যুগৰ কবিসকলক আকৃষ্ট কৰিলে। অসমীয়া কবিৰ কবিতাত ইংৰাজ, মাৰ্কিন, ফৰাছী, স্পেনীয়, চীনা, জাপানী কবিৰ প্ৰভাৱ পৰিল। ফলত অসমীয়া কবিতাত ফ্ৰয়ডীয় মনোবিশ্লেষণ, মাৰ্ক্সীয় চিন্তা-ভাৱনা, ফৰাচী প্ৰতীকবাদ, মাৰ্কিন চিত্ৰকল্পবাদ, মৃত্যুচেতনা, চাৰৰিয়েলিজম্, অৱস্থিতিবাদ, নৈৰাজ্যবাদ আদি সোমাই পৰিল। প্ৰকৃততে চল্লিশৰ দশকৰ প্ৰগতিশীল আৰু সমাজবাদী ধাৰা পঞ্চাশৰ দশকত ৰামধেনুৰ বুকুত চিত্ৰকল্পবাদী আৰু প্ৰতীকবাদী ভাৱধাৰা হৈ প্ৰকাশ পালে। এলিয়ট, য়েট্‌চ, ডিলান টমাচ, এজ্‌ৰা পাউণ্ড, হুইটমেন, বড়লেয়াৰ, মালাৰ্মে, গাৰ্চিয়া লৰ্কা, পাৱলো নেৰুডা, খলিল জিব্ৰান, মায়াকভস্কি আদি কবিসকলৰ প্ৰভাৱ অসমীয়া কবিসকলৰ কবিতাত প্ৰকট হৈ ধৰা দিলে। কবিতাৰ আংগিক আৰু ৰচনা কৌশলত পৰিৱৰ্তনে দেখা দিলে। ফলত মিশ্ৰিত বাক্যৰীতিয়ে গঢ় লৈ উঠিলে, নতুনত্বৰ সূচনা হ'ল। আনকি অনুবাদ ৰীতিয়েও প্ৰাধান্য লাভ কৰিলে। অনুবাদৰ ক্ষেত্ৰত অজিত বৰুৱাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এলিয়টৰ 'The Waste Land' কবিতাটো তেওঁ 'চন মাটি' নামদি অনুবাদ কৰে। নৱকান্ত বৰুৱাৰ কবিতাতো এলিয়টী প্ৰভাৱ সুস্পষ্ট। এলিয়টৰ কবিতাৰ চিত্ৰকল্প আৰু প্ৰকাশভঙ্গীয়ে তেওঁৰ কবিতাকো চুই গৈছে। 'ক্ৰমশঃ' 'পলস', 'ইয়াত নদী আছিল' আদি কবিতা ইয়াৰ উৎকৃষ্ট উদাহৰণ। এলিয়টৰ 'Cactus Land' ৰ প্ৰকাশভঙ্গীৰ আৰ্হিতে তেওঁ ৰচনা কৰিছে 'সিজু কাঁইটৰ দেশ'। এলিয়টৰ প্ৰভাৱৰ প্ৰসঙ্গতে ড° হীৰেণ গোহাঁয়ে হেম বৰুৱাৰ কবিতাৰ আলোচনাত আগবঢ়োৱা কথা এষাৰ উল্লেখ কৰিব খুজিছোঁ, ".......গতি পৰিৱৰ্তনৰ সময়ত অসমীয়া কবিতাই মননশীল এলিয়টী ভংগীক আৰ্হি হিচাপে লোৱাটো দুৰ্ভাগ্যজনক ঘটনা আছিল; আৰু এই সিদ্ধান্তত হেম বৰুৱাৰ নেতৃত্ব আৰু প্ৰভাৱ আছিল বিশেষ কাৰ্য্যকৰী। সন্দেহ নাই যে স্বাধীনতাৰ পিছত শিক্ষিত

৪। বিশ্বায়তন, পৃঃ ৫৫



অসমীয়া মধ্যবিত্তই অসমৰ জনগণৰ আশা-আকাঙ্ক্ষাৰ নেতৃত্ব দিবলৈ এৰি সুবিধাভোগী শ্ৰেণীগত স্বাৰ্থৰ নিৰাপত্তাৰ ওপৰত বেছি জোৰ দিবলৈ ধৰিলে। সেয়ে তেওঁলোকৰ কবিতাতো আত্মকেন্দ্ৰীক, অন্তৰ্মুখী আৰু বিদগ্ধ সুৰ এটা বাজি উঠিল।"[৪]

'ৰামধেনু' যুগত গঢ় লৈ উঠা আধুনিকতাবাদী কবিতা ৰোমাণ্টিক যুগৰ কবিতাৰ সমান জনপ্ৰিয় নোহোৱাৰ কাৰণ হিচাপে ইয়াৰ দুৰ্বোধ্যতাৰ কথা উল্লেখ কৰিব পাৰি। তদুপৰি কবিতাবোৰৰ মাজত পুথিগত তাত্ত্বিক জ্ঞানৰ পয়োভৰ লক্ষ্য কৰা যায়। তথাপিও এই কথা স্বীকাৰ কৰিব লাগিব যে সেই সময়ৰ কবিসকলে দেশ-বিদেশৰ কবি-প্ৰসিদ্ধিৰ স'তে চিনাকি হৈ আধুনিক অসমীয়া কবিতালৈ লক্ষ্যণীয় পৰিৱৰ্তন অনাৰ লগতে অসমীয়া কবিতাক বিশেষ মাত্ৰা প্ৰদান কৰিছে। হেম বৰুৱাৰ কবিতাৰ প্ৰেৰণাত সৃষ্টি হ'ল এচাম আধুনিক মননশীল কবিৰ। মহেন্দ্ৰ বৰাৰ কবিতাত চিত্ৰকল্পবাদ আৰু প্ৰতীকবাদৰ প্ৰভাৱ লক্ষ্যণীয়। এইজনা কবিৰ কবিতাত ফুটি উঠে অবিনশ্বৰ মানৱৰ চিৰন্তন আশ্বাস, য'ত নদীৰ দৰে গতি কৰে বেদনাময়ী জীৱনে।

"এই নদীয়েদি ভাঁহি গ'ল বহুবাৰ নিৰাশ্ৰয় আত্মাৰ অনেক আশ্ৰয়
মৃত্যুৰ গভীৰ গৰ্ভত ধীৰে ধীৰে প্ৰস্ফুটিত মই এক স্নিগ্ধ শতদল
নিষ্কলঙ্ক সূৰ্য্যৰ প্ৰখৰ দীপ্তিৰে দগ্ধ চিৰন্তন আত্মা
মই কাল নিৰবধি সেই মৃত অতীতৰ জীৱন্ত প্ৰতিভূ।"

সেইদৰে নীলমণি ফুকনৰ চিত্ৰকল্পৰ এটি সুন্দৰ উদাহৰণ,

"ভুলতে তোমাক বিছনাখনত
খেপিয়াই ফুৰিছিলোঁ
তুমি যে
পৰ্বতটোৰ নামনিত
তিলফুল হৈ
হালিজালি ফুলি আছা।"

নীলমণি ফুকনৰ কবিতাৰ ব্যঞ্জনাধৰ্মিতাত জাপানী কবিতাৰ প্ৰভাৱ নুই কৰিব নোৱাৰি।

এইসকলৰ পিছতেই হীৰেন ভট্টাচাৰ্য্য, হীৰেন্দ্ৰনাথ দত্ত, বীৰেশ্বৰ বৰুৱা

আদিয়ে আধুনিক অসমীয়া কবিতাত নতুনত্ব প্রদান কৰে। নির্মলপ্রভা বৰদলৈৰ কবিতাত ফুটি উঠিছে ঐতিহ্য-প্রসূত সাংস্কৃতিক চেতনা। যুদ্ধোত্তৰ যুগৰ অসমীয়া কবিতাত এক নতুন পথৰ সন্ধান পোৱা যায়।

'ৰামধেনু', 'মণিদীপে' আধুনিক অসমীয়া কবিতাক বিস্তৃতি প্রদান কৰিলে। সত্তৰৰ দশকত আকৌ কবিসকলৰ হাতত ৰঙা পতাকা উৰিল। এই সময়তে ৰবীন্দ্র চৰকাৰ, অৰনী চক্রৱর্ত্তী আদি কবিসকলৰ কবিতাই আন এক পৰিৱৰ্তন আনিলে। পুনৰ প্রগতিশীল চিন্তা-চর্চাৰ জোৱাৰ উঠিল, সাম্যবাদী চেতনাই গা-দাঙি থিয় হ'ল। এনেদৰেই পৰিৱৰ্তনৰ মাজেদি আহি অসমীয়া কবিতাত ৰোমাণ্টিকতাৰ পৰিহাৰ, বাস্তৱবাদৰ প্রকাশ, জনতাৰ জীৱন সংগ্ৰামৰ চিত্র, মার্ক্সীয় চিন্তা আৰু চেতনা, পৰম্পৰাগত জীৱন যাত্ৰাৰ প্ৰতি অনীহা, নগৰীয়া জীৱনৰ প্রতি অনাস্থা, গদ্যগন্ধী ভাষাৰ ব্যৱহাৰ, প্রতীকৰ নতুন প্রয়োগ, মুক্তক ছন্দ আৰু স্পন্দিত গদ্যৰ ব্যৱহাৰ, মিতব্যয়িতা আদি লক্ষণবোৰে খোপনি পুতিলে।

সত্তৰৰ দশকৰ কবিতাৰপৰা নবৈ দশকৰ কবিতাই যেন কিছু বেলেগ ৰূপ পৰিগ্ৰহণ কৰিলে। তথাপি এই কথা ক'ব লাগিব যে সনন্ত তাঁতি, সমীৰ তাঁতি, কৰবী ডেকা হাজৰিকা, নীলিম কুমাৰৰ কবিতাই আধুনিক অসমীয়া কবিতাক বিশেষ তথা নবীন আয়তন প্ৰদান কৰাৰ লগতে নবীন চিন্তা-চর্চাৰ সন্ধান দিছে।

এইখিনিতে এটা কথা উল্লেখ কৰা ভাল হ'ব যে ৰামধেনু যুগ আৰু তাৰ পূৰ্বৱৰ্তী-পৰৱৰ্তী কবিসকলৰ মাজৰ কেইবাগৰাকীও কবিৰ কবিতাত লোকগীত আৰু নষ্টালজিয়াৰ সুৰধ্বনি বাজি উঠিছে। ঐতিহ্যপ্রীতি, ঐতিহ্য প্রীতিৰ প্ৰতি মানুহৰ সচেতনতা, লোক-সাহিত্যৰ প্রতি অনুৰাগ আদিয়েই ইয়াৰ মূল কাৰণ বুলিব পাৰি। প্ৰকৃততে 'পুৰণি পৃথিৱী নকৈ চাই লওঁ, হে বীণ—এযাৰি মাত' কবিতা ফাঁকিতেই নষ্টালজিয়াৰ আৰম্ভণি বুলি ক'ব পাৰি। হেম বৰুৱাই ৰচনা কৰা 'তোমাৰ মৰমত চেনাই ঐ। দিখৌ নৈ এৰিব পাৰোঁ মই/ আৰু বহুত নৈ সাঁতুৰি আহিব পাৰোঁ'—কবিতাফাঁকিত বিহুগীতৰ প্ৰেমৰ ধ্বনি প্রতিধ্বনিত হৈছে। বিহুগীতত আছে—

"দিখৌ নৈ এৰিব    পাৰোঁ মই লাহৰী
জাঁজী নৈ এৰিব পাৰোঁ



তোমাক ঐ লাহৰী এৰিব নোৱাৰো
নাখায়ে থাকিব পাৰোঁ।"

আন এফাঁকি বিহুগীত—

"ভৰ দুপৰীয়া    বহোঁ তাতৰ পাতত
তোমালৈ মনতে পৰে
মাৰো দোৰেপতি    গৰকাত খোপনি
মাকো সৰি সৰি পৰে।"

হেম বৰুৱাৰ কবিতাত তেনে অনুভূতি—

"শকুন্তলা আমাৰ পথাৰ ৰমক জমক
ভৰ দুপৰীয়া ভদাইৰ আগচোতালত
দোৰেপতি থৰক বৰক।"

এনে উদাহৰণ নীলমণি ফুকন, অজিত বৰুৱা আদিৰ কবিতাতো লক্ষ্য কৰা যায়। হীৰেন্দ্ৰনাথ দত্তৰ কবিতাত নান্দনিক সৌন্দৰ্য্যৰ লগতে নষ্টালজিক কল্পচিত্র অঙ্কিত হৈছে। নতুন কবিতাত টেক্নিকৰ পৰিৱৰ্তন ঘটিছে। শেষত তাহানিতে পদ্মধৰ চলিহাই কোৱা কথা এষাৰ উল্লেখ কৰিব খুজিছোঁ, ".......এই প্রসঙ্গতে এটা কথা মনত ৰখা উচিত যে আধুনিক কবিতা আজি পৰীক্ষাগাৰত। আজিলৈকে কবিতাৰ পৰীক্ষামূলক প্ৰচেষ্টাহে চলিছে। কোনো আধুনিক কবিয়ে কোৱা অনুচিত যে তেওঁৰটোৱে শুদ্ধ নিখুঁত টেক্নিক, আগৰ কবিতাবোৰ আৱৰ্জনা মাথোন। সেইদৰে আগৰ তৰপৰসকলেও আধুনিক কবিতা বুলিলে নাক কোচাই বা চকখাই দুৱাৰ ডাং মাৰি ভিতৰ সোমোৱা উচিত নহয়।"[৫]

৫। অসম সাহিত্য সভাৰ ষড়বিংশ অধিৱেশনৰ অভিভাষণ (তিনিচুকীয়া)

# নতুন ধাৰাৰ আগমন

এখন বোৱতী নদীত এসোঁতা এসোঁতাকৈ পানী লগ লাগি বৈ থকাৰ দৰেই আধুনিক অসমীয়া কবিতাও প্ৰৱাহিত হৈ থাকিল। এই প্ৰৱাহত পৰিৱৰ্তনৰ ঢৌ লাগিল; নৱ জাগৰণৰ অভ্যুদয় ঘটিল, নানান বৈশিষ্ট্যই অসমীয়া কবিতাক সজাই তুলিলে। অনুভূতি, চিন্তা, ধাৰণা সকলোতে পৰিৱৰ্তন ঘটিল। তাৰ পিছতেই আধুনিক অসমীয়া কবিতাত আন এক লক্ষণ ফুটি উঠিল। এটি নতুন ধাৰাৰ আগমনে অসমীয়া কবিতাক বিশালতাৰ বুকুলৈ লৈ গ'ল। সেই ধাৰাৰ আগমনৰ ফলস্বৰূপে অসমীয়া কবিতা হৈ পৰিল নৈৰ্ব্যক্তিক। এই নৈৰ্ব্যক্তিকতা ঘাইকৈ প্ৰকাশ পালে যুদ্ধোত্তৰ যুগৰ কবিতাত। এই সময়ছোৱাত ৰবীন্দ্ৰনাথ, জীবনানন্দ দাশ, বুদ্ধদেৱ বসু আদি কবিসকলৰ কবিতাই যথেষ্ট প্ৰভাৱ পেলালে। এই নতুন ধাৰাৰ আগমনত যিসকল কবিয়ে সুৰ মিলাই কবিতা ৰচনা কৰিছে, তেওঁলোক কোনো গোষ্ঠীৰ অন্তৰ্ভুক্ত নহয়। তেওঁলোকৰ কবিতাৰ বিষয়বস্তুও বিমূৰ্ত। এই কবিসকলে শব্দচয়নৰ ওপৰত গুৰুত্ব দিয়া দেখা গ'ল। কবিসকলে ঐতিহ্যপ্ৰীতিৰ ওপৰত গুৰুত্ব প্ৰদান কৰাৰ ফলত তেওঁলোক অধিক সচেতন হৈ পৰিল। কোনো বিশেষ দলৰ অন্তৰ্ভুক্ত নোহোৱাকৈয়ে নিৰপেক্ষভাৱে থাকি মনত সৃষ্টি হোৱা অনুভূতিকে লৈ তেওঁলোক কাব্যসৃষ্টিত নিমগ্ন হ'ল। ফলত কোনোজন কবিৰ কোনো এটা কবিতাত যদি ৰোমাণ্টিক লক্ষণ পৰিস্ফুট হৈছে, তেন্তে আন এটা কবিতাত হয়তো দেশপ্ৰেম অথবা সমাজবাদৰ ধ্বনিও প্ৰতিধ্বনিত হৈছে। এই কবিসকলে কবিতাত ভাৱ প্ৰকাশৰ বাবে বিভিন্ন প্ৰতীক, ৰূপক, ব্যঞ্জনাৰ সহায় লৈছে। হোমেন বৰগোহাঞিয়ে কবিতাত জটিল ৰূপক ব্যৱহাৰ কৰিছে। 'সাপ' কবিতাত তেওঁ লিখিছে,

"মই ভালপাওঁ ৰাতিৰদৰে সুন্দৰ এটি সাপ আৰু তাৰ অবাক অহঙ্কাৰ
আলকতৰাৰ দৰে গাৰ ৰং কোনো এক বেশ্যাৰ
গলিত হৃদয় যেন মৃত্যু আৰু সৌন্দৰ্য্যৰ এই সমাহাৰ।"



বোদলেয়াৰৰ দৰে বৰগোহাঞিয়ে জীৱন আৰু জগতৰ প্ৰকৃত ৰূপ বুজি সকলোকে ঘিণ কৰিছে। বোদলেয়াৰৰ ঘিণ উপজিছিল জীৱন আৰু জগতৰ অন্তৰালত লুকাই থকা চয়তানৰ প্ৰতি। এই ঘৃণাই তেওঁক দিছিল অমৃতৰ সন্ধান। বৰগোহাঞিয়েও ঘৃণাৰ মাজতো জগতৰ সুন্দৰ ৰূপ উপলব্ধি কৰি কৈছে,

"গধূলিৰ স্বপ্নালু চহৰ
তোমাৰ মুখৰ দৰে লাগে মোৰ অতিকে আপোন
কৰুণ আভাৰে দীপ্ত সূৰ্য্যাস্তৰ সোণালী মদৰ।"

মহেন্দ্ৰ বৰাৰ কবিতা গঢ় লৈ উঠিছে ব্যক্তগত অনুভৱৰ বিচিত্ৰ প্ৰকাশৰ মাজেৰে। এই অনুভূতি গাঢ় হৈ উঠাত সহায় কৰিছে তেওঁৰ অধ্যয়নপুষ্ট মনটোৱে। ৰমন্যাসিক যুগৰ কবি নহ'লেও তেওঁ পুৰামাত্ৰাই এজন ৰমন্যাসিক কবি। সংবেদনশীল হৃদয়ৰ মিশ্ৰিত অনুভূতিৰে তেওঁৰ কবিতা সিক্ত। কবিয়ে জীৱনটোক এখন নদীৰ দৰে বুলি অনুভৱ কৰিছে। নদীৰ দৰে প্ৰৱাহিত জীৱনৰ সুৰ শুনি কবিয়ে কৈছে,

"অপৰূপ এই নদী।
ইয়াৰ বুকুতে আছে জীৱনৰ কলতান মৰণৰ নীৰৱ আৰতি।"

মানুহৰ সহজাত প্ৰেমে তেওঁৰ কবিতাত সংশয়ৰ কুঁৱলী ফালি মূৰ দাঙি উঠিছে। মানুহক তেওঁ ভালপায় বাবেই তেওঁ জীৱনকো ভালপায়। এই ভালপোৱাত কোনো পক্ষপাতিত্ব নাই। নিৰপেক্ষ ভাৱেই তেওঁ কৈছে,

"ভালপাম পৃথিৱীক ভাল পাম মানুহক
ভালপাম মোৰ দেশ নগৰ-চহৰ
গাওঁ গঞ্জ জনপদ প্ৰান্তৰৰ সকলোজনক
জানো মই কাকোৱেই আজিলৈকে একো দিব পৰা নাই।
অথচ প্ৰাপ্তিৰ পাত্ৰ প্ৰতিদিনে কৰিছোঁ পূৰণ
প্ৰাপ্যৰ অধিক প্ৰাপ্তি সি যে মোৰ এই জীৱনৰ।"

ৰোমাণ্টিক যুগত চন্দ্ৰকুমাৰ আগৰৱালাই যি মানৱৰ জয়গান গাইছিল, সেই মানৱকে ভালপায় উত্তৰ স্বাধীনতাকালৰ কবি মহেন্দ্ৰ বৰাই কাকো একো দিব

নোৱৰাৰ বাবে আক্ষেপ কৰিছে। যতীন্দ্রনাথ দুৱৰাৰ কবিতাত নদীক যেনেদৰে পাওঁ, সেইদৰে বৰাৰ কবিতাতো নদী প্রতীকি অর্থত ব্যৱহৃত হোৱা লক্ষ্য কৰা যায়। নিৰৱছিন্ন ধাৰাৰে প্ৰৱহমান নদীৰ স'তে জীৱনৰ গতি লক্ষ্য কৰি কবিয়ে 'এই নদীয়েদি ভাঁহি গ'ল বহুবাৰ নিৰাশ্ৰয় আত্মাৰ অনেক আশ্ৰয়' বুলি কৈছে।

প্রতীকৰ কথা কওঁতেই মনলৈ আহে আন এগৰাকী কবি—নীলমণি ফুকনৰ কথা। অৱশ্যে কেৱল প্রতীকেই নহয়, ব্যঞ্জনা, চিত্ৰকল্পৰ অপূৰ্ব সমাহাৰত তেওঁৰ কবিতা অধিক উজ্জ্বল। ইয়াৰ ফলত ৰসগ্ৰাহীসকলে তেওঁৰ কবিতাত এক সুকীয়া আস্বাদন অনুভৱ কৰে। ফৰাচী কবি-সাহিত্যিকৰ মতবাদ-প্রতীকবাদ নতুন ধাৰাৰ অসমীয়া কবিতাৰ মাজত প্রতিফলিত হয়। ফৰাচী প্রতীকবাদী কবি-সাহিত্যিকসকলে কবিতাৰ প্ৰকাশত এক আওপকীয়া দৃষ্টিভঙ্গীৰ পক্ষপাতিত্ব কৰিছিল। ফলত কবিতা পোনপটীয়া নহৈ প্রতীক, ব্যঞ্জনা, ভিন্ন চিত্ৰকল্পৰ মাজেদি প্ৰকাশিত হৈছিল। এনে কবিতা বুজিবলৈ বা তাৰ প্ৰকৃত অর্থ উলিয়াবলৈ পাঠকে কষ্ট কৰিবলগীয়া হয়। প্রতীকবাদৰ প্রসঙ্গতে ড° নগেন শইকীয়াই কৈছে, "প্রতীকবাদীসকলে সাহিত্যৰ অনুকৰণমূলক তত্ত্ব (mimetic theory) প্রত্যাখান কৰি ইয়াক শিল্পকলা আৰু সঙ্গীতৰ ওচৰ চপাই আনিবলৈ বিচাৰিছিল। এজন কবিৰ মনৰ জগতখনৰ অভিজ্ঞতাসমূহ যিহেতু সাধাৰণ ভাষাৰে প্ৰকাশ কৰা অসম্ভৱ, গতিকে প্রতীকৰ সহায়ত কবিতাৰ প্ৰকৃত অৰ্থৰ আভাস এটাহে দিয়াৰ প্ৰয়াস কৰা হৈছিল। ভাষাৰ অৰ্থ প্ৰকাশ কৰিব পৰা ক্ষমতাৰ গুৰুত্ব কমাই দি প্রতীকবাদীসকলে সাহিত্যক অধিক আত্মবাদী কৰিছিল।"[১]

পাশ্চাত্য জগতত প্রতীকবাদে অধিকভাৱে বিস্তাৰ লাভ কৰে ঊনৈশ-শতিকাৰ শেষৰ ফালে। অসমীয়া কবিতাত প্রতীকৰ ব্যৱহাৰ পোনপ্ৰথম লক্ষ্য কৰা যায় হেম বৰুৱাৰ কবিতাত। পাশ্চাত্য সাহিত্য অধ্যয়নৰ ফলত কবিসকল কবিতাত প্রতীক ব্যৱহাৰৰ ক্ষেত্ৰত অধিক আগ্ৰহী হৈ পৰিল। সেইদৰে চিত্ৰকল্প, ব্যঞ্জনাৰ অভিনৱত্বৰ প্ৰতিও তেওঁলোক আকৃষ্ট হ'ল। এইক্ষেত্ৰত অসমীয়া কবিতাত আটাইতকৈ বেছি প্ৰভাৱ পেলোৱা কবিগৰাকী হ'ল—টি, এচ্, ইলিয়ট। প্রতীক আৰু চিত্ৰকল্পৰ প্ৰয়োগে অসমীয়া কবিতাক যেনেদৰে মোহনীয় কৰি তুলিছে, সেইদৰে কৰি তুলিছে অধিক দুৰ্বোধ্য। অসমীয়া

১। সাহিত্যৰ বাদ-বৈচিত্র্য, , পৃঃ ৪১



কবিতাত প্রতীকৰ ব্যৱহাৰৰ ক্ষেত্ৰত সফলতাৰ দাবী কৰিব পাৰে নীলমণি ফুকনে। তেওঁৰ কবিতাত বুদ্ধিৰ যেনেদৰে প্ৰয়োগ ঘটিছে, সেইদৰে এক লয়লাস ভঙ্গীমাও তাত বিৰাজ কৰিছে।

"গোধূলিৰ ধূলি আৰু ধোঁৱাৰ মাজেৰে
চাকিটিৰ পোহৰত দেখা পালো
তোমাৰ চকুত
তালপাতৰ দৰে এন্ধাৰ
অকণি
এখন আকাশ।
কলেজীয়া গাভৰুৰ দৰে চঞ্চল ক'তো এটি
তৰা নেদেখিলো; মেঘবোৰে
হাঁহি হাঁহি ফাঁচী দিলে ধুনীয়া
জোনাক।"

বুদ্ধিদীপ্ত চিত্ৰময় প্ৰকাশৰ লগতে নতুনত্বই কবিতাবোৰক এটি বিশেষ ধাৰাত অন্তৰ্ভুক্ত কৰিছে। সৌন্দৰ্য্যসন্ধানী মনেৰে তেওঁ ক'ব পাৰে 'আজি মোক এটা সূৰ্য্য লাগে।'

"এটা মোক সূৰ্য্য লাগে
মৃত্যুৰ প্ৰেম আৰু গন্ধাস্নাত এক
হৈমন্তীক ধ্ৰুপদী সন্ধ্যাৰ
এপিয়লা সোণোৱালী ৰ'দৰ বাবে।"

নীলমণি ফুকনৰ 'সূৰ্য্য হেনো নামি আহে, এই নদীয়েদি', 'অন্তৰতম', 'সোণালী কাড় ৰূপালী কাড়', 'একো নাই স্বপ্ন আছে' আদি কবিতাৰ মাজেদি প্ৰকাশ পাইছে বিষাদগ্ৰস্ততাই আৱৰি থকা জীৱনৰ প্ৰতি তেওঁৰ অসীম ভালপোৱা।

"সৰি যাব খোজা ফুল মোৰ ভাল লাগে
ততোধিক ভাল লাগে অস্তগামী সূৰ্য্য
আত্মাৰ নিৰ্জন মালঞ্চ ঘেৰি বিষাদ
মেঘ মেঘ একান্ত গভীৰ, নিৰৱছিন্ন।"

প্ৰতীক, ব্যঞ্জনা, চিত্ৰকল্প, ধ্বনি এই সকলোবোৰেই নীলমণি ফুকনৰ কবিতাত বিশেষভাৱে প্ৰকাশ লাভ কৰিছে। চিত্ৰৰ স'তে কবিৰ আন্তৰিক সম্পৰ্ক আছে। সেয়ে প্ৰেমৰ প্ৰকাশতো তেওঁৰ কবিতাত চিত্ৰই ভুমুকি মাৰে।

"কঁপি থকা মোৰ খিৰিকীৰ পৰ্দাখনৰ স'তে
জোনটো উমলি আছিল।
হঠাতে মোৰ টোপনি গ'ল
খিৰিকীৰ বাহিৰৰপৰা সপোনত কিছুমান আঙুৰ
আৰু একাঁজলি বগা বগা বনৰীয়া ফুল
তুমি মোৰ হাতত তুলি দিয়া দেখিছিলোঁ।"

অসমীয়া কবিতাত নতুন ধাৰাৰ আগমনৰ ক্ষেত্ৰত এক নান্দনিক দৃষ্টিভঙ্গী লক্ষ্য কৰা যায়। এহাতে নান্দনিক দৃষ্টিভঙ্গী আৰু আনহাতে বুদ্ধিদীপ্ত মানসিকতা-এই দুয়োটাৰে সংমিশ্ৰণত অসমীয়া কবিতাত দেখা দিয়া নতুন ধাৰাটো পৰিপুষ্ট হৈছে। এনে পৰিপুষ্টি সাধনত নীলমণি ফুকনৰ কবিতাই বিশেষ অৰিহণা আগবঢ়াইছে। কবীন ফুকনে কৈছে, "......অসমীয়া কবিতাত প্ৰতীকবাদ আৰু কল্পচিত্ৰবাদৰ স্বাভাৱিকীকৰণক বহু দূৰলৈ আগুৱাই নি নান্দনিক মহিমা দান কৰাৰ ক্ষেত্ৰত তেওঁৰ সিদ্ধি অতুলনীয় আৰু সাৰ্থক বুলিবই লাগিব। হয়তো অসমীয়া কাব্য-সাধনাত এই ধৰণে বিশেষ এটা ধাৰাক শেষ সীমালৈ লৈ গৈ তাৰ প্ৰায় সকলো সম্ভাৱনাক ফুকনে ওৰ পেলালে।"[২]

আধুনিক অসমীয়া কবিতাক সত্তৰৰ দশকতে চিত্ৰকল্পৰ প্ৰয়োগেৰে নীলমণি ফুকনে বিশেষ মৰ্য্যাদা প্ৰদান কৰিছে। শব্দৰ বিচিত্ৰ প্ৰয়োগেৰে তেওঁ সুন্দৰ সুন্দৰ চিত্ৰকল্পৰ সৃষ্টি কৰিছে। মানৱতাবাদী দৰ্শনেৰে কবিয়ে আঁকিছে এনে চিত্ৰকল্প,

"একেখন ঘৰতে আছিলোঁ দুঘৰ মানুহ
উৰুখা চালেৰে কাটে কাল
কাটে ৰাতি কাটে পানী
মাজে মাজে পৰিছিলহি আহি
সপোনতে এটা বালিমাহী।"

২স. হোমেন বৰগোহাঞি ঃ অসমীয়া সাহিত্যৰ বুৰঞ্জী (ষষ্ঠ খণ্ড), ১৯৯৩, পৃ ঃ ৩৬৭



ইয়াত বালিমাহী চৰাইৰ চকুৰ তিৰ্‌বিৰণিয়ে বিষাদৰ মাজত পোহৰৰ সঞ্চাৰ কৰিছে। বিমূৰ্ত অনুভূতিক চেতনাৰ মূৰ্ত ৰূপলৈ পৰিৱৰ্তিত কৰি তেওঁ কবিতাত চিত্ৰকল্পৰ সৃষ্টি কৰিছে।

"হাতত খোলা তৰোৱাল লৈ আহিবা
বেদনা যি তৰোৱালৰ ধাৰ।"

কেতিয়াবা আকৌ তেওঁ ব্যক্তিৰ ব্যক্তিত্বৰ প্ৰকাশ ঘটোৱা চিত্ৰকল্পও অঙ্কন কৰিছে। উদাহৰণ স্বৰূপে ৰাম কিংকৰ বেইজৰ শিল্প চেতনাক প্ৰকাশ কৰি তেওঁ লিখিছে,

"গতি নে অভিব্যক্তি ব্ৰহ্মাণ্ডৰ
তেওঁ কোন শোভন হৃদয়
মুক্ত মন—ৰক্তিম গোলাপী নীলাভ শ্যামল।"

আধুনিক অসমীয়া কবিতাত চিত্ৰকল্পবাদৰ প্ৰয়োগৰ ক্ষেত্ৰত নীলমণি ফুকন অন্যতম। 'শিলৰ চেপাৰ মাজৰপৰা ওলাব নোৱাৰি কোনোৱাই চিঞৰিছে', 'গোন্ধ হে গোধূলি জ্বলে মোৰ এই দেহৰ দানিত', 'হালধীয়া ধূলিৰ ধুমুহাৰ মাজেৰে নাও এখনত উঠি তুমি বাঁহী বজাই আহা', 'হেমন্তৰ পথাৰত লাহ লৈ তুমি কোন জনমৰ আই মোৰ বুকুৰ কেঁচা—হালধি' আদি নান্দনিক চিত্ৰকল্পই আধুনিক অসমীয়া কবিতাৰ দেহত ৰহণ সানিছে। উল্লেখযোগ্য যে 'হালধীয়া' আৰু 'সেইজীয়া' ৰঙৰ প্ৰয়োগ মন কৰিবলগীয়া বিশেষত্ব। সেইদৰে ৰঙা, বগা, নীলা, ক'লা, সোণালী ৰঙৰ প্ৰতীকৰ প্ৰয়োগ লক্ষ্য কৰা যায়।

কবি বীৰেশ্বৰ বৰুৱা কবি আৰু নিজৰ কবিতাৰে যেন তেওঁ সংবেদী পটুৱৈ। আইনাত তেওঁ প্ৰত্যক্ষ কৰে নিজৰ মুখ। বীৰেশ্বৰ বৰুৱাৰ কবিতাত অনুভূত হয় ৰোমাণ্টিক উচ্ছ্বাস। এই ৰোমাণ্টিকতাই কবিতাৰ নতুন ধাৰাত এক সুকীয়া বাট কাটি লয়। মানসিক যন্ত্ৰণা প্ৰকাশ কৰিবলৈ তেওঁ 'সপোনৰ আলিবাটত আলকতাৰাৰ ডোঙা' চিত্ৰকল্পৰ সহায় লৈছে। হাঁহি, অশ্ৰু, উৎকণ্ঠা, অশান্তি প্ৰকাশ কৰিবলৈ, আনন্দমেলাৰ জুৱাৰী হ'বলৈ তেওঁ কবিতাত যথাযথ শব্দ প্ৰয়োগ কৰে। তেওঁৰ কবিতাত মুক্তক ছন্দৰ প্ৰয়োগৰ লগতে গদ্যছন্দৰ ব্যৱহাৰ লক্ষ্য কৰা যায়। ছন্দৰ এনে ব্যৱহাৰে অসমীয়া কবিতালৈ নতুনত্ব কঢ়িয়াই আনিছে। অনুভূতিৰ কবি হৈও তেওঁ কবিতাত প্ৰতিবাদ কৰিব জানে।

লয়যুক্ত গদ্যৰ মাজেৰে তেওঁ 'শৰত'ৰ ছবি আঁকিছে এনেদৰে,

"পথাৰ? শুকান জাবৰ
অলপ দূৰত এজন মানুহ।
ধাননিত থোক ধৰিছে।
ক্ষীণ বেগী এসোঁতা পানীত
এজাক ঘৰচীয়া হাঁহ।"

কবিতাত শব্দৰ ব্যৱহাৰৰ কথা ক'লে মনলৈ আহে কবি হীৰেন ভট্টাচাৰ্য্যৰ কথা। তেওঁৰ কবিতাৰ মূল সম্পদ হৈছে শব্দচয়ন। অসমীয়া কবিতাৰ নতুন ধাৰাটোত শব্দৰ ব্যৱহাৰ মন কৰিবলগীয়া। হীৰেন ভট্টাচাৰ্য্যই অসম সাহিত্য সভাৰ দ্বিপঞ্চাশতম অধিৱেশনৰ কবি সন্মিলনৰ অভিভাষণ খনিত কৈছে, "কবিতা শব্দেৰে নিৰ্মিত ভাষাৰ শিল্প। ভাবে নিজৰ প্ৰয়োজনতেই নিজৰ বিকাশৰ তাড়নাতেই নিৰ্মাণ কৰে শব্দ। শব্দ কবিৰ অস্ত্ৰ। প্ৰত্যেক কবিৰেই আছে শব্দৰ নিজস্ব ভুৱন। তেওঁলোকে আৱিস্কাৰ কৰে নতুন শব্দ, প্ৰতিষ্ঠা কৰে প্ৰচলিত গ্ৰামীণ-শ্ৰুতিদুষ্ট শব্দৰ নতুন অৰ্থমূল্য, নতুন ভাৱ অনুষাঙ্গ। শব্দৰ পুনৰ গঠন আৰু পুনৰ নিৰ্মাণেই হৈছে কবিৰ বিশিষ্ট চৰিত্ৰ।"

হীৰেন ভট্টাচাৰ্য্য ঘাইকৈ প্ৰেমৰ কবি। প্ৰেম, জীৱন আৰু মৃত্যুৰ কথা কৈ তেওঁ দুখৰ অনুভূতিত বুৰ মাৰি কৈছে,

"এনেকৈয়ে আছোঃ দুখ মোৰ কোলাৰ কেচুঁৱা, বাৰে বাৰে
দুহাতেৰে দাঙি ল'ব লাগে। জিভাত দুখৰ ঘৰৰ লোণ,
ওকালিত
ওলাই আহে ভাতৰ নিসনিৰ!"

অসমীয়া কবিতাৰ বুকুত দেখা দিয়া নতুন ধাৰাটোত যি প্ৰেমৰ প্ৰকাশ দেখা যায়, সি ৰোমাণ্টিক যুগৰ প্ৰেমৰ প্ৰকাশতকৈ বহুত বেলেগ। হীৰেন ভট্টাচাৰ্য্যৰ কবিতাতে প্ৰেমৰ সংজ্ঞাই এক ভিন্নৰূপ গ্ৰহণ কৰিছে।

"তুমিতো জানাই
এই কবিৰ আৰু একো নাই
এটাই মাথোন কামিজ
তাৰো ছিগো ছিগো চিলাই



প্ৰেম চাগে' এনেকুৱাই
আৱৰণ খুলি হৃদয় জুৰাই।"

তেওঁৰ কাব্যত যি বিষাদৰ অনুৰণন শুনা যায়, সেয়া ৰোমাণ্টিক কবিৰ সমপৰ্য্যায়ৰ নহয়। ৰোমাণ্টিক যুগৰ কবিয়ে কবি সম্পৰ্কে এনেদৰে কৈছে,

"মৰতত থাকি তুমি নিতে লোৱা ঘ্ৰাণ
নন্দন বনত ফুলা পাৰিজাত ফুল,
আঁকা কত ছবি তুমি সুন্দৰ অতুল
অমৰাপুৰৰ, কবি, অমৰ পৰাণ!"

তেনে কবি হিচাপে হীৰেন ভট্টাচাৰ্য্যই কবিতা সম্পৰ্কে কৈছে,

"ভঙা কলিজাত কোনে বিনায়
কবিতা মোৰ দুখৰ ঋতুৰ
এপাহ খৰিকাজাই।"

উপযুক্ত শব্দ প্ৰয়োগৰ দ্বাৰাই তেওঁ ফুটাই তোলে বিষোদ্‌গাৰ।

"মোৰ হাতৰ কাঁচিখনলৈ চালেই গম পাবা কাৰ
ডিঙিৰ জোখেৰে গঢ়িছো।"

কবি হীৰেন ভট্টাচাৰ্য্যৰ দৰে নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতাত শব্দৰ অভিনৱত্ব লক্ষ্য কৰা যায়। গীতিময়ী স্বাচ্ছন্দ্য আৰু বৰ্ণাঢ্যতা তেওঁৰ কবিতাৰ প্ৰতি ছত্ৰে ছত্ৰে অনুৰণিত। তেওঁ নিজকে বিচাৰি পায় শব্দৰ মাজত।

"মই শব্দবোৰৰ মাজত
শব্দবোৰ মোৰ মাজত
শব্দবোৰৰ মাজত মই।"

কবিতাত তেওঁ শব্দৰ 'ইকেবানা' সাজে। 'ইকেবানা' নামৰ কবিতাকেইটাৰ সৃষ্টিৰ সম্পৰ্কত তেওঁ কৈছে, "মই যদি ইকেবানাৰ শিল্পী—মোকনো কি লাগে? অসমীয়াৰ ব্যঞ্জনা আনিবৰ কাৰণে লাগে পাত্ৰ, পানী, লতা, ঠানি, বাৰে মিহলি সৰু-ডাঙৰ বিবিধ ৰঙৰ ফুল। এতিয়া একোটা অৰ্থবহ দৃশ্য ভাবা, ইঙ্গিতেৰে সেই অৰ্থ মৌনতাতে সৃষ্টি হোৱাৰ কায়দা কৰা। সেইমতে ব্যঞ্জনা ফুটি উঠাকৈ ফুল-ঠাৰি, পাত-লতা দি সজোৱা। মোৰ দৰে কবিয়ে তাকে,

সামগ্রিক ছবিখনকে ভাষা আৰু ছন্দলৈ ৰূপান্তিৰত কৰিলে। ছবিবোৰ আছিল কল্পনাতে সজোৱা ছবি—মৌন, প্ৰতীকময় ছবি।"[৩] একেটা প্ৰসঙ্গতে তেওঁ আকৌ কৈছে, "বুদ্ধৰ মৌনতা আৰু বৌদ্ধ দৰ্শনৰ শিক্ষাও ইয়াত নিহিত আছে—একোটা শব্দৰ নিৰ্বাচনৰ আঁৰত, এটা বাক্য ৰূপলৈ উঠাৰ পটভূমি থাকে। গোটেই বস্তুটোৰ সামগ্ৰিক সুৰটো (মনত কি উদয় হয়) ধৰিব পাৰিব লাগিব শব্দেৰে, নিজস্ব ছন্দেৰে, প্ৰতীকেৰে, চিত্ৰকল্পেৰে, ব্যঞ্জনাৰে। অকণমান ইফাল-সিফালত ই বিয়পি যাব, ভাপ হৈ উৰি যাব, সুৰটোৰ ছন্দ ভঙ্গ হ'ব, ফুটি নুঠিব।"[৪]

শব্দৰ মাজেদি, তেওঁ বিপ্লৱ আনিব বিচাৰিছে। নিৰ্মলপ্ৰভাৰ মনৰ গভীৰতম প্ৰদেশৰপৰা ওলাই অহা এই বিপ্লৱৰ শব্দৰ মাজত তেওঁৰ প্ৰতিবাদ ফুটি উঠিছে. এই সময়ৰ কবিৰ এয়াই যেন বিশেষত্ব। শ্ৰেণীভুক্ত নোহোৱাকৈয়ে নৈৰ্ব্যক্তিকভাৱে তেওঁলোকে কবিতাৰ মাধ্যমেদি অন্তৰৰ অনুভৱ প্ৰকাশ কৰে। লগে লগে তেওঁলোকে অনুধাৱন কৰে জীৱনৰ সূক্ষ্ম অন্বেষণ। দৃষ্টিৰ ক্ষিপ্ৰতাৰ স'তে সূক্ষ্মতাৰ মিলনে তেওঁলোকৰ কবিতাক বিশেষ মৰ্য্যাদা প্ৰদান কৰে। নিৰ্মলপ্ৰভাও ইয়াৰ ব্যতিক্ৰম নহয়। যতীন্দ্ৰনাথ দুৱৰা অথবা মহেন্দ্ৰ বৰাৰ দৰেই নিৰ্মলপ্ৰভা বৰদলৈৰ কবিতাত নদী এক উল্লেখযোগ্য প্ৰতীক। প্ৰেমৰ অনুভূতিক কবিগৰাকীয়ে নদী প্ৰতীকৰ সহায়ত এনেদৰে ব্যক্ত কৰিছে,

"তোমাৰ বুকুৰ
সোণালী নৈখন বিচাৰি
তোমাৰ বুকুত মুখ গুজি
মই পৰি ৰওঁ
দেহত লাগি আহে ধূলি।"

কেতিয়াবা নদী আকৌ হৈ পৰিছে প্ৰেমিকৰ প্ৰতীক। সেয়ে কবিয়ে বিচাৰিছে,

"যাতে তুমি নদী হৈ

৩ স. শোণিত বিজয় দাস, কবিতা, ষষ্ঠ সংস্কৰণ, পৃ ঃ ১৩
৪. একেগ্ৰন্থ



মোৰ কাষলে
বৈ আহা।"

অতি কম শব্দৰ মাজতে তেওঁ ফুটাই তুলিছে একোখনি মনোৰম চিত্ৰকল্প।

"নীলা পাটৰ সাজযোৰত
ফাকু ৰঙৰ
জকমকীয়া বুটা।"

'সোম স্বৰূপ জীৱন', 'আঘোণ এক পাহুৱাল ডেকা', 'যেন দিক্‌চৌ বনৰপৰা ফুৰ্‌ফুৰ্ ফুলাম প্ৰহৰ' আদি উপমা আৰু শব্দচয়নে নিৰ্মলপ্ৰভাৰ কবিতাত মাধুৰ্য্য সানি দিছে। এয়া প্ৰকৃততে আধুনিক অসমীয়া কবিতাৰ নতুন ধাৰাটোৰে বিশেষ বৈশিষ্ট্য।

এই সময়তে কবিসকলে অসমীয়া ভাষাৰ নিজস্ব কালিকাৰে কবিতা সজাই তুলিছে। প্ৰেম, প্ৰকৃতি, অতীত এই সকলোবোৰেই ৰোমাণ্টিক যুগৰ কবিতকৈ এক সুকীয়া দৃষ্টিৰে পৰ্য্যবেক্ষণ কৰি অভিনৱৰূপত প্ৰকাশ কৰিছে। কবি হীৰেন্দ্ৰনাথ দত্তই জীৱন আৰু জগতৰ সৌন্দৰ্য্যক শিশুৰ দৃষ্টিৰে চালি-জাৰি চাইছে। অসমীয়া কবিতাৰ ইতিহাসত প্ৰেমৰ স্বৰূপ প্ৰথমাৱস্থাত কেৱল ৰূপৰ বন্দনা আৰু চকুলো আৰু নোপোৱাৰ বেদনাৰ মাজতে আৱদ্ধ আছিল। ৰূপৰ বন্দনাও আছিল নাৰীকেন্দ্ৰিক। পিছলৈ প্ৰেমৰ অভিব্যক্তিত নতুনত্বই খোপনি পুতি লয়। কবিতাৰ ভাষাৰে কবি দত্তই ধেমালি কৰিব জানে। গাঁৱৰ সহজ-সৰল অনুভূতিক বুজি পাই তেওঁলোকৰ মুখৰ ঘৰুৱা ভাষাক কবিতাৰ বুকুলৈ টানি আনিছে। প্ৰতীক, ব্যঞ্জনা আদিৰ প্ৰয়োগেৰে কবিতাক দুৰ্বোধ্য কৰি তোলাৰ সময়তে হীৰেন্দ্ৰনাথ দত্তৰ কবিতাৰ কোমল ভাষা নিশ্চয় লক্ষ্যণীয় বিষয়। পুৰণি আৰু নতুনৰ সংঘাতত আতঙ্কিত হৈ পৰা দত্তৰ কবিতাত নান্দনিক আৱেগ, সৌন্দৰ্য্য স্পৃহাৰ স্ফুৰণ ঘটিছে।

"শব্দ-চতুৰ কবি' ভবেন বৰুৱায়ো কবিতা সৃষ্টিত শব্দৰ ওপৰত যথেষ্ট গুৰুত্ব প্ৰদান কৰিছে। হীৰেন ভট্টাচাৰ্য্যই কৈছে,

"কলম মোৰ কমাৰৰ হাতৰ হাতুৰী
ভাঙি পিটি গঢ়ি লওঁ শব্দ।"

ভবেন বৰুৱায়ো কবিতাত সৌন্দৰ্য্যসুলভ মনৰ ইঙ্গিত দিবলৈ শব্দ নিৰ্বাচনত

যথেষ্ট গুৰুত্ব প্ৰদান কৰিছে। তেওঁৰ কবিতাত প্ৰেম, আনন্দ, সুখৰ প্ৰকাশ ঘটাৰ দৰে বেদনা, আকুলতা, অন্ধকাৰাচ্ছন্ন অৱস্থাৰ স্পষ্ট ব্যঞ্জনাও মূৰ্ত হৈ উঠিছে। তেওঁৰ ৰোমাণ্টিক যুগৰ কবি নহয়, অথচ সেই যুগৰ কবিৰ দৰেই তেওঁ প্ৰকৃতিৰ ওচৰচাপি গৈছে। প্ৰতিটো ঋতুৱে কবিক উন্মান কৰে; আকাশৰ স্ফটিক ধাৰাই তেওঁৰ দৃষ্টি কাঢ়ি নিয়ে মৰ্ত্যৰ নলখাগৰিৰ মাজলৈ। কিন্তু এই সকলোবোৰ প্ৰকাশ কৰিবলৈ যাওঁতে কবিগৰাকীয়ে কাব্যসৃষ্টিৰ নতুনত্বৰ ওপৰত গুৰুত্ব দিয়া দেখা যায়। প্ৰেমৰ সংজ্ঞা বিচাৰি সেয়ে তেওঁ ক'ব পাৰে,

"হয়তো তাৰেই নাম প্ৰেম নাইবা যুগ্মতাৰ শ্যামলিমা
স্পৰ্শ, তাপ, স্মৃতি, মৰ্মৰ ধ্বনি, মুগ্ধ আঙুলিৰ ভৰ;
হয়তো প্ৰতীক্ষা ভৰা বন্ধুত্ব সি, জীৱনৰ নীলা বাঁহী।"

জীৱন আৰু পৃথিৱীৰ জটিলতাই মানসিক সংঘাতৰ সৃষ্টি কৰাত নতুন ধাৰাটোক শক্তিশালী কৰি কবিতা ৰচনা কৰে কবি লক্ষহীৰা দাসে। এক নষ্টালজিক অনুভৱে অহৰহ ক্ৰিয়া কৰি থকাত অতীতৰ মধুৰ স্মৃতি পাহৰিব নোৱাৰি তেওঁ সেইবোৰ মুক্তভাৱে প্ৰকাশ কৰিছে কবিতাৰ বুকুত। নিজৰ পৰিৱৰ্তে সমগ্ৰ মানৱৰ কথা তেওঁ চিন্তা কৰিছে। মানুহ আৰু পৃথিৱীৰ ভালপোৱাত বিশ্বাসী কবিয়ে মানৱীয়তাৰ পতন দেখি চিন্তিত হৈছে। আপোন পৃথিৱীক বিচাৰি হাবাথুৰি খোৱা কবিগৰাকীৰ কবিতাত পৃথিৱী আৰু মানুহ এক চালিকা শক্তি।

"আকাশৰ ভিতৰত আকাশ
নদীৰ গৰ্ভত যিদৰে থাকে নদী
তেনেকৈ জীৱনেও দিছে
জীৱনৰ শব্দৰ অৰ্থ
দিছে মুক্তিৰ যন্ত্ৰণা
আৰু বন্ধনৰ সুখ সাৱলীল।"

উত্তৰ স্বাধীনতাকালৰ কবিয়ে বুদ্ধৰ অমোঘ মন্ত্ৰৰ ওপৰতো গুৰুত্ব প্ৰদান কৰিছে। তেনে এগৰাকী কবি হ'ল নিৰ্জনতাৰ কবি প্ৰফুল্ল ভূঞা। বুদ্ধৰ অমোঘ মন্ত্ৰই তেওঁক প্ৰেম আৰু দয়াৰ প্ৰকৃত অৰ্থ উদ্‌ঘাটন কৰাত সহায় কৰিছে।



প্ৰাণৰ এক বিশেষ শক্তি আছে। এই শক্তিৰ বলতে প্ৰস্ফুটিত হয় ফুলৰ কলি, দুখৰ মাজতো বিকশি উঠে প্ৰেমসিক্ত হৃদয়।

"প্ৰাণৰ কি যে অপাৰ শক্তি!
বেদনা সৰকি প্ৰেমৰ হৃদয়
হয়তো পাব হয়তো পায়,
প্ৰাণ যে কেনেকে জীয়াই থাকে
বেদনা ধূসৰ জীৱনতে!"

ভিক্টোৰীয় যুগৰ দৰেই বৈজ্ঞানিক চেতনাৰে তেওঁ দুখৰ বিভিন্ন উৎস উদ্‌ঘাটন কৰিবলৈ সমৰ্থ হৈছে। তাৰবাবে প্ৰথমতে তেওঁ নিজ অন্তৰৰ দুখৰ বুজ লৈ লিখিছে,

"যেনেকৈ সাগৰৰ বিস্তৃত পানীৰপৰা ভাপ হয়
আৰু ভাপৰ ৰন্ধ্ৰৰপৰা বৰষুণ হয়
আৰু বৰষুণবোৰে ঘাঁহ -বন-গছ-লতা চৰাচৰ গোটেই জগতখন
অদৃশ্য অথচ এক ভাৰ হৈ সিক্ত আৰু বিমৰ্ষ গধুৰ কৰি ৰাখে।
তেনেকৈয়ে তোমাৰ কাৰণে হোৱা বিফল প্ৰেমৰ দুখে মোৰ
সৃষ্টি কৰি যায় এক নিভৃত দুখৰ অৱলীলা।"

জগতৰ পৰিৱৰ্তন, প্ৰকৃতিৰ পৰিৱৰ্তন কবিৰ চকুত ধৰা পৰিছে। তেওঁৰ মতে গ্ৰীক ভাস্কৰ্য্যৰ দৰেই এই জগতখন মনোমোহা। এয়া আধুনিক অসমীয়া কবিতাত এক নবীন উপলব্ধি। জগতৰ নীতি বুদ্ধৰ নীতিৰ দৰে। মানুহৰ কামনা-বাসনাতো নতুনৰ আঁচ পৰিল।

"আমিতো আজি নিবিচাৰোঁ
আমাকতো লাগে আজি আলাদিনে আনি দিয়া
আশ্চৰ্য্য চাকিৰ শক্তি, আশ্চৰ্য্যৰ যাদু
মুহূৰ্ততে সফলতা, মুহূৰ্ততে বৈকুণ্ঠ লাভৰ ধৰ্ম
অথবা সহজপথ এবাৰ উচ্চাৰি দিয়া ৰাম নাম
মাত্ৰ এবাৰেই।"

মানুহৰ আকাঙ্ক্ষাত নতুন ধাৰণাৰ আচোঁৰ লগাৰ সময়তে মানুহৰ প্ৰতি

মানুহৰ আস্থা কমি গ'ল। বিশ্বাসক সংশয়ৰ আৱৰণে গ্ৰাস কৰি পেলালে। এনে সংশয়ত ভুগিয়ে নীলমণি ফুকনে লিখিছে,

"মাজে মাজে মোলৈ যেনেকৈ পুতৌ হয়
আপোনাৰ বাৰু আপোনালৈ পুতৌ হয়নে
আপোনাৰ বন্ধু বৰ্গই
আপোনাৰ স্ত্ৰীয়ে কি কয়
আপোনাৰ স্ত্ৰীয়ে আপোনাক ভাল পায়নে
আপুনি আপোনাৰ স্ত্ৰীক
কি পায় নাপায় পাতালীকাণ্ড
কিবা কাৰণ অকাৰণ কাৰণি
চোৰক মোৰে পায়
চুৰুণীক মোৰে পায়
সঁচা কথাৰ ঠেং নাই
হয় হয় মনৰ মানুহ ক'তো নাই
হায় হায় তাপিত মানুহ
আপোনাৰ বিৰুদ্ধে আপোনাৰ স্ত্ৰীৰ
অহোৰাত্ৰ আয় বৃদ্ধিৰ জ্বালা
অময়া ভকতৰ সুখৰ সেলেঙি
আপোনাৰ চকু মুখত।"

ৰোমাণ্টিক কবিতাত জীৱনৰ প্ৰতি অন্তৰমুখীন দৃষ্টি আছে যদিও আধুনিক অসমীয়া কবিতাৰ অন্তৰমুখীন দৃষ্টিভঙ্গীৰ লগত তাৰ দূৰণিবটীয়া মিলো নাই। দাৰ্শনিক আৰু ৰহস্যবাদী দৃষ্টিভঙ্গীৰে ৰোমাণ্টিক কবিসকলে জীৱনক চালি-জাৰি চাইছিল। কিন্তু আধুনিক অসমীয়া কবিতাত কবিসকলে মৌলিক দৃষ্টিভঙ্গীৰেহে জীৱনৰ প্ৰকৃত সত্য আৰু অৰ্থ উদ্‌ঘাটনত নিমগ্ন হৈছে।

আধুনিক অসমীয়া কবিতাত লয়গন্ধী গদ্যৰ ব্যৱহাৰ বিশেষভাৱে মন কৰিবলগীয়া। এই ক্ষেত্ৰত হৰেকৃষ্ণ ডেকা, বীৰেশ্বৰ বৰুৱাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। হৰেকৃষ্ণ ডেকাৰ কাব্যৰচনাত এক সুকীয়া ৰীতি লক্ষ্য কৰা যায়। তেওঁৰ 'স্বৰবোৰ' কবিতাৰ পুথিখনে তেওঁক প্ৰতীকবাদী কবি হিচাপে



প্ৰতিষ্ঠিত কৰিছে। তেওঁৰ দৃষ্টি বাস্তৱ জীৱন আৰু জগতখনৰ ওপৰত নিবদ্ধ। পিছলৈ তেওঁৰ কবিতাই এক গদ্যগন্ধী ভাষা বাছি লৈছে। তেওঁৰ কবিতাৰ এক বিশেষ বৈশিষ্ট্য হৈছে বৰ্ণনাধৰ্মিতা। তদুপৰি বহুভঙ্গীতা আৰু ব্যঙ্গাত্মক ভঙ্গীয়ে তেওঁৰ কবিতাক প্ৰদান কৰিছে তেজোদীপ্ততা। কবিতাবোৰত আপোন ঐশ্বৰ্য্যৰ পূৰ্ণ পয়োভৰ ঘটা বাবে এইবোৰ বহিৰাশ্ৰয়ী হোৱা নাই। হৰেকৃষ্ণ ডেকাই মননশীলতাৰে তেওঁৰ কবিতাবোৰ গাম্ভীৰ্য্যপূৰ্ণ কৰি তুলিছে। তেওঁৰ কবিতাত পুনৰুক্তি দেখা যায়।

"হঠাতে লাগিল ভয়। বৰ ভয়—লাগে বৰ ভয় লাগে সমুদ্ৰক।" আধুনিক অসমীয়া কবিতাত কেইবাগৰাকী কবিয়ে পুনৰুক্তি প্ৰয়োগ কৰিছে। অজিত বৰুৱাৰ কবিতাত আছে,

"পাৰত দুজোপা কৰচ গছৰ ডাল লগ লাগি আছে
তাৰ তলেদি সৰকি
বতাহ আৰু শব্দবোৰ ঘৰলৈ যাব
বতাহ
ঘৰলৈ যাব।"

নীলমণি ফুকনৰ 'ওলমি থকা গোলাপী জামুৰ লগ্ন'ত 'হে হৃদয়ৰ ভগা ডালত ওলমি থকা গোলাপী জামুৰ লগ্ন' স্তৱকটোৰ পুনৰুক্তি ঘটিছে। ভবেন বৰুৱাৰ কবিতাও ইয়াৰ ব্যতিক্ৰম নহয়। এটি উদাহৰণ,

"হ্ৰদৰ বুকুত এয়া বিকশিত পুষ্পৰ সম্ভাৰ
হ্ৰদৰ বুকুত এয়া কৃষ্ণনীল শীতল সলিল।
নামিছে সন্ধ্যাৰ মায়া হ্ৰদৰ বুকুত।"

'শৰীৰৰ ভিতৰত প্ৰবল ধুমুহাত উভালি পৰা গছবোৰ'ৰ পুনৰুক্তি ৰবীন্দ্ৰ বৰাৰ কবিতাত পোৱা যায়।

অসমীয়া কবিতাৰ ঐতিহ্য মাধুৰ্য্যই হৰেকৃষ্ণ ডেকাৰ কবি মনক আৱৰি আছে। উপযুক্ত প্ৰকাশভঙ্গী পালেই তেওঁৰ কাপেৰে ওলাই আহিছে একো-একোটা শব্দ অথবা বাক্য। পাশ্চাত্য কবিৰ কবিতাই ডেকাৰ হৃদয় আলোড়িত কৰিলেও ঐতিহ্যচেতনাই তেওঁক সততে সচেতন কৰি ৰাখিছে। আধুনিক অসমীয়া কবিতাত ঐতিহ্যচেতনা এক উল্লেখযোগ্য দিশ। আধুনিক অসমীয়া

কবিতাৰ নতুন ধাৰাৰ আগমনত ঐতিহ্যচেতনা আৰু আধুনিকতাৰ সুসমন্বয় ঘটিছে। কবিতাত প্ৰকাশ পোৱা ঐতিহ্যপ্ৰীতিয়ে মানুহক সচেতন কৰি তুলিছে। আধুনিক অসমীয়া কবিতাত ঐতিহ্যপ্ৰীতিৰ বৃদ্ধি লক্ষ্য কৰা যায়। ঐতিহ্য ভাৱনাৰ সম্পদ। অতীতপ্ৰীতিৰপৰা ঐতিহ্যপ্ৰীতিৰ উদ্ভৱ হয়। যুক্তি, বুদ্ধি, বিচাৰৰ মাজেদি ঐতিহ্যপ্ৰীতি গঢ় লৈ উঠে। ই এক গতিশীল প্ৰক্ৰিয়া। আনহাতে আধুনিকতাৰ স'তেও যুক্তিৰ সম্পৰ্ক আছে। যুক্তিনিষ্ঠ বাবেই আধুনিকতাই পৰম্পৰাক সাৱটি নাথাকে। য'ত যুক্তি আছে তেনে ঐতিহ্যকহে আধুনিকতাই আদৰি লয়। অতীতৰপৰাই ঐতিহ্যই সম্পদ আহৰণ কৰে আৰু তেনে সম্পদৰ স'তে আধুনিকতাই সম্পৰ্ক স্থাপন কৰে। ফলত ঐতিহ্যই আধুনিক হৈ কবিতাত ৰূপ লোৱা দেখা যায়। এইক্ষেত্ৰত কবিসকলৰ মনত শুদ্ধ অৰ্থত ঐতিহ্যপ্ৰীতিৰ সঞ্চাৰ ঘটিব লাগিব। বহুক্ষেত্ৰত নষ্টালজিয়াবোধৰ বাবেই কবিসকলৰ মনত ঐতিহ্যপ্ৰীতিৰ উদ্ভৱ হোৱা দেখা যায়। আধুনিক অসমীয়া কবিতাত ঐতিহ্যপ্ৰীতিৰ আগমন ঘটে তিনিটা ধাৰাৰ মাজেদি, যিয়ে কবিতাৰ নতুন ধাৰাটোকে পৰিপুষ্টি যোগাইছে। সেয়া হৈছে—নষ্টালজিয়া প্ৰসূত ঐতিহ্যচেতনা, অৱক্ষয়ৰ ফলত উদ্ভৱ হোৱা চেতনাজনিত ঐতিহ্যচেতনা আৰু লোক-সাহিত্যৰ ভাৱবস্তু আৰু ৰূপবস্তুৰ আকৰ্ষণত সৃষ্টি হোৱা ঐতিহ্যচেতনা। দ্বিতীয় মহাযুদ্ধৰ পিছৰপৰাই আধুনিক অসমীয়া কবিতাত ঐতিহ্যচেতনাৰ সূচনা হয়। বৌদ্ধিক আৰু সাংস্কৃতিক ভাৱনাৰ সম্বয়ত নতুন ৰূপৰ সৃষ্টি হয় আৰু তেতিয়াই ঐতিহ্যনিৰ্ভৰ আধুনিকতা গঢ় লৈ উঠে। ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয়তো কবিতাৰ সৃষ্টি হৈছে। বিহুগীতত আছে,

"কুকুৰা কুকুৰা অজাতি কুকুৰা
ভুকুৱাই মাৰিমে তোক
ৰাতি নৌ পুৱাওতে কিয় ডাকে দিলি
ধনে এৰি গ'লে মোক।"

প্ৰেম আকলুৱা গাভৰুৰ বিৰহক তাহানিতেই শঙ্কৰদেৱে যেন গোপিনীৰ কৃষ্ণবিৰহলৈ পৰ্য্যৱসিত কৰিছে।

"কুকুৰা ৰাৱে জানি ৰয়নি
তাকু সপয় পুতমাথে
আজু বৈৰী নিসি নিমিসে পুহুৱালি



আমাকু তেজল প্ৰাণ নাথে।"

ঐতিহ্যচেতনা যে কেৱল আধুনিক অসমীয়া কবিতাতে লক্ষ্য কৰা যায় এনে নহয়, বাংলা অথবা ইংৰাজী কবিতাতো ঐতিহ্যচেতনা বিদ্যমান। টি, এচ্, ইলিয়ট, ৰবীন্দ্ৰনাথ ঠাকুৰ এই ক্ষেত্ৰত উল্লেখযোগ্য উদাহৰণ। প্ৰাচীনকালৰ সমাজ-জীৱনত শান্তি আৰু সৰলতাৰ সন্ধান পাই কবি হেম বৰুৱাই লিখিছে,

"সময়ৰ বলুকা ৰাশিত পদচিহ্ন ৰখা
উন্মাদ বাসনা আমাৰ নাই।
আমি বুৰঞ্জীৰ শিলাখণ্ডৰ জীৱন্ত ফচিল
হেৰা শকুন্তলা!
তোমাৰ চকুৰ শেৱালী পাহিত
দুষ্যন্তৰ চুমাৰ চেকা"

*　*　*　*　*　*

"হেৰা শকুন্তলা।
তোমাৰ আঙুলিৰ অগ্নিকণাৰে নুমাই দিয়া
ৰাজকাৰেঙৰ শলিতাৰ জুই
দুষ্যন্তৰ ভাগক স্বপ্ন।"

সেইদৰে কবি নৱকান্ত বৰুৱায়ো 'তামোলৰ পিক সনা আইতাৰ জধলা চুমাত' শান্তি বিচাৰি পাইছে।

নষ্টালজিয়া প্ৰসূত ঐতিহ্যচেতনাত মোহগ্ৰস্ত হৈ কবি বীৰেন বৰগোহাঞিয়ে লিখিছে,

"দূৰ অতীতত এৰি অহা কোনো মধুমতী বিলৰ কাষৰ
এটা মধুৰ আবেলি। বাঁহৰ আগলিয়ে অন্ধকাৰ কৰি অনা
পশ্চিমীয়া সূৰ্য্যৰ ৰং। আকাশেদি উৰি আহিছিল
মধুৰ কলৰৱ, উভতি অহা সংগীত নীড়মুখী বনবিহগৰ।
হৈছিল ৰমণীয় মধুমতী বিলৰ চৌপাশ।
মোৰ মন উন্মুখ আদিতম অনামি এক বন্য প্ৰবৃত্তিৰ স্পৃহাৰে।"

হৰি বৰকাকতিৰ কবিতাতো ৰোমাণ্টিক নষ্টালজিয়াপ্ৰসূত ঐতিহ্যপ্ৰীতি বিৰাজমান।

'মৰা কলঙৰ পাৰত দেখা সপোন'ত তেওঁ লিখিছে,

"তাহানিৰ পত্ৰলেখাই লিখা
বত্ৰিছ পৃষ্ঠা জোৰা চিঠিখন
এতিয়াও আছে। য'ত
কাগজৰ পৰিধি নাছিল
নাছিল বক্তৃতাৰ ফুলজাৰি
আৰু অহেতুক আবেদন নিবেদন।
নীলাভ কাগজত কি আছিল নক'লেও হ'ব, সেয়ে
সময়ে বাদামী ৰং ধৰোৱা
ক'লা আখৰবোৰ
মোৰ বাবে এতিয়াও কৌস্তুভমণি।"

লোক-সাহিত্যই আধুনিক কবিসকলৰ মনত ঐতিহ্যপ্ৰীতি জগাই তুলিছে। তেওঁলোকে আধুনিক চিন্তাধাৰাক লোকসাহিত্যৰ ভাৱ আৰু সুৰেৰে ৰহণাই কবিতাত প্ৰকাশ কৰিছে। নদীমাতৃক অসমৰ বিহুৱাই সকলো এৰিব পাৰিলেও এৰিব নোৱাৰে লাহৰীক।

"দিখৌ নৈ এৰিব পাৰোঁ মই লাহৰী
জাঁজী নৈ এৰিব পাৰোঁ;
তোমাক ঐ লাহৰী এৰিব নোৱাৰোঁ
নাখায়ে থাকিব পাৰোঁ।"

হেম বৰুৱাৰ কবিতাত অনুৰূপ ভাৱ প্ৰকাশ পাইছে এনেদৰে,

"তোমাৰ মৰমত চেনাই ঐ
দিখৌ নৈ এৰিব পাৰো মই
আৰু বহুত নৈ সাঁতুৰি আহিব পাৰোঁ।"

হেম বৰুৱাৰ কবিতাত এনে উদাহৰণ আৰু বহুতো আছে। বিহুগীতৰ এনে প্ৰভাৱ অজিত বৰুৱাৰ 'জেংৰাই ৬৩' কবিতাটিতো লক্ষ্য কৰা যায়।

"ভাবি চালে লিলি মাই
এই জীৱনত একো নাই।"

কবিতাটিত গভীৰ প্ৰেমানুভূতি পৰিস্ফুট।



নীলমণি ফুকনে লোকগীতৰ ভাৱবস্তু আৰু ৰূপৰ প্ৰতি আকৰ্ষিত হৈ তাৰ ঐতিহ্যৰ ভিত্তিত কবিতা ৰচনা কৰিছে। 'বুঢ়ী আইৰ সাধু'ৰ 'হাতো নেমেলিবি ফুলো নিছিঙিবি' কাব্যাংশই তেওঁক উদগণি যোগালে নিম্নোক্ত কবিতাফাঁকি ৰচনা কৰিবলৈ।

"এই যেন প্ৰথম শুনিলোঁ সেই মাত
ইমান নিজান
কৰে নাৱৰীয়া তই।"

শিশুৰ ধেমালি-গীতত থকা কথাৰ ভিত্তিত ফুকনে কবিতা ৰচিছে। ধেমালি-গীতত পোৱা যায়,

"তোৰ হাত কি হ'ল?
বগলীয়ে নিলে।
সেই বগলী ক'লৈ গ'ল?
ডালত পৰিল।
সেই ডাল কি হ'ল?
পুৰি ছাই হ'ল।
সেই ছাই কোনে নিলে?
ধোবাই নিলে।
ধোবাই নি কি কৰিলে?
ৰজাৰ কাপোৰ ধুলে।
সেই ৰজা ক'লৈ গ'ল?
চিকাৰলৈ গ'ল।"

ইত্যাদি

নীলমণি ফুকনে লিখিছে,

"ফুলবাৰীলৈ যাম
ফুলবাৰীত তোৰ কোন আছে?
টুনী চৰাইবোৰ আছে।
কি কৰিবিগৈ তেনে তাত?
পথাৰলৈ যাম।

পথাৰলৈ গৈনো কি কৰিবি
সুৱাগমণি ধান হ'ম।"

এনে ঐতিহ্যপ্ৰীতিতে অৱগাহন কৰি সাম্প্ৰতিক কালৰ কবি নীলিম কুমাৰে লিখিছে'

"হাতদুখন তোৰ কোনে নিলে
ৰজাৰ চিলনীয়ে নিলে
নি কি কৰিলে
হাবিত পেলালে
সেই হাবি কি হ'ল
হাতৰ তেজেৰে পুৰি ছাই হ'ল
সেই ছাই কোনে নিলে
ধোবাই নিলে
ধোবাই নি কি কৰিলে
ৰজাৰ কাপোৰ ধুলে।"

ইতিহাসৰ স'তে কাল্পনিক অভিসাৰৰ সংমিশ্ৰণত কবীন ফুকনে 'তৰাৱতী' নামৰ এটি ব্যতিক্ৰমধৰ্মী কবিতা ৰচনা কৰিছে। কবিতাটিত গৌৰীনাথ সিংহৰ অশান্ত অসমৰ ইতিহাসৰ দীঘত বাণি দিয়া হৈছে লোকগীতত অমৰ হোৱা তৰাৱতীৰ অসাধাৰণ ৰূপ মহিমা আৰু গৌৰীনাথ তৰাৱতীৰ অভিসাৰৰ কল্পনাৰে। তৰাৱতীৰ ৰূপ-বৰ্ণনাত লিখিছে

"তৰাৱতী! তৰাৱতী!
মায়াবিনী ৰূপৱতী
বিলাসী বাহুত হয় লেতু সেতু ইলুটি সিলুটি...
তৰাৱতী! তৰাৱতী! ৰূপৱতী! সখিয়তী!
চিএগ ককাল, মেলা চুলি, সুমথিৰা ওঁঠ দুটি!
তৰাফুল,
তৰাৱতী,
শিমলুৰে পাটী!"

আধুনিক অসমীয়া কবিতাত ঐতিহ্য আৰু আধুনিকতাৰ সমন্বয় গঢ় লৈ উঠাত ৰোমাণ্টিক কবিতাৰ প্ৰভাৱো নথকা নহয়। যতীন্দ্ৰনাথ দুৱৰাৰ



"দূৰৰ বাঁহীৰ সুৰ বতাহত ভাঁহি আহে
দূৰতেই শুনা পাতি কাণ;
দূৰতে সৌন্দৰ্য্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণশূন্য তান।"

এই স্তৱকৰ ৰূপবস্তুৰ সাদৃশ লক্ষ্য কৰা যায় নৱকান্ত বৰুৱাৰ কবিতাত।

"দূৰৰ বাঁহীৰ সুৰ তথাপিও ভাঁহি আহে
ভাঁহি আহে অন্তহীন সান্ত্বনাৰ সুৰ
অথচ সিয়ে বিষ
সি মোৰ আত্মাৰ অপমান।"

মহাকাব্যিক ঐতিহ্যপ্ৰীতিয়ে নিৰ্মলপ্ৰভা বৰদলৈৰ অন্তৰ গভীৰভাৱে চুই গৈছে। অসমৰ সমাজ গাঁথনিত মাতৃতান্ত্ৰিক পৰম্পৰাৰ প্ৰভাৱ মন কৰিবলগীয়া বিশেষত্ব। ৰামায়ণৰ সীতাৰ চৰিত্ৰটোৱে কবিক নতুন চিন্তাৰ খোৰাক যোগাইছে। নিষ্পেষিতা, লাঞ্ছিতা এই চৰিত্ৰটোক নতুন দৃষ্টিভঙ্গীৰে চালি-জাৰি চাই তেওঁ সীতাক গৌৰৱৰ দুৱাৰডলিত স্থাপন কৰি লিখিছে,

"মই সীতা
নাঙলৰ জোঙা ফালে
পৃথিৱীৰ গৰ্ভ ফালি
জন্ম দিছে মোক
কৰ্ষণত জন্ম হোৱা মই কৃষ্টি
ভাৰতৰ শান্তি মই দেশৰ যৌৱন।"

কবিতাটোৰ মাজত ধ্বনিত হোৱা সীতাৰ মৰ্য্যাদাৰ সুৰটোৱে সমগ্ৰ ভাৰতীয় নাৰীক প্ৰতিনিধিত্ব কৰিছে। কবিগৰাকীৰ এই ঐতিহ্যপ্ৰীতিৰ মাজেদি গভীৰ মানৱীয়তাৰ অনুৰণন বাজি উঠিছে। নাৰীমনৰ আশা-আকাঙ্ক্ষা, ইচ্ছা-অনিচ্ছা সদায়ে অৱদমিত হৈ আহিছে। সেই কথাৰ প্ৰমাণ দাঙি ধৰে মহাভাৰতৰ গান্ধাৰী চৰিত্ৰটোৱে। এই চৰিত্ৰটোক মানৱীয় দৃষ্টিৰে প্ৰত্যক্ষ কৰি নিৰ্মলপ্ৰভাই 'গান্ধাৰী' নামৰ কবিতাটো ৰচনা কৰিছে। মহাভাৰতত ৰাজমাতা অথবা কুৰুবংশীয় নৃপতি ধৃতৰাষ্ট্ৰৰ পত্নী হিচাপে পৰিচিত গান্ধাৰীক কবিয়ে এগৰাকী

সাধাৰণ নাৰীৰ স্থানলৈ নমাই আনিছে। ফলত কবিতাটোত ফুটি উঠিছে আদৰ্শ মাতৃৰ দায়িত্ব পালনত ব্যৰ্থ হোৱা গান্ধাৰীৰ অশান্ত আৰু ভাৰাক্ৰান্ত মনৰ কৰুণ চিত্ৰ।

"মাতৃ হ'লোঁ সন্তানৰ
তথাপি নহ'লো মাতৃ
নিজৰ জীৱন যি আগুৱাই দি
অধীৰ বাউলী হৈ কৰে তন্ময় প্ৰাৰ্থনা
পুত্ৰৰ কল্যাণৰ বাবে।"

মহাভাৰতৰে আন এটি চৰিত্ৰ দ্ৰৌপদীয়ে ৰাজনীতিৰ মেৰপাকত সোমাই এক সংকটপূৰ্ণ অৱস্থাত সহজভাৱে জীয়াই থাকিবলগীয়া হৈছে। কিন্তু এই দ্ৰৌপদী চৰিত্ৰৰ মাজত সোমাই থকা সাধাৰণ নাৰী সত্বাক কবিয়ে সূক্ষ্মদৃষ্টিৰে অধ্যয়ন কৰিছে; গভীৰভাৱে উপলব্ধি কৰিছে চৰিত্ৰটোৰ ওপৰত আহি পৰা দুখ, অশান্তি আৰু যন্ত্ৰণাখিনি। পঞ্চপতিৰ পত্নী হৈও দ্ৰৌপদীৰ হৃদয় অপূৰ্ণ।

"প্ৰাণৰ পাত্ৰ জানো কেতিয়াবা ভৰে?
সকলো পাইছো বুলি গৰ্বিত ভঙ্গীত
স্ফীত হৈ উঠো
সেইটো ক্ষণতে মনৰ কোণত মোৰ
অৱচেতনাই হাঁহে বিদ্ৰূপৰ হাঁহি
ধূৰ্ত এক খেলুৱৈৰ দৰে।"

আন ভাৰতীয় সাহিত্যৰ দৰে অসমীয়া ভাষাতো মহাকাব্যিক ঐতিহ্যপ্ৰীতি এক উল্লেখনীয় বৈশিষ্ট্য। এনে বৈশিষ্ট্যৰে আন কবিয়েও কবিতা ৰচনা কৰিছে। সব্যসাচী সেনেও দ্ৰৌপদীৰ অন্তৰৰ জ্বালা গভীৰভাৱে উপলব্ধি কৰিছে। সেনৰ আন্তৰিক উপলব্ধি আৰু প্ৰকাশভঙ্গীৰ স'তে নিৰ্মলপ্ৰভা বৰদলৈৰ মিল বিচাৰি পোৱা যায়। নাৰী হৈ নাৰীৰ প্ৰতিচ্ছবি অঁকা কৰবী ডেকা হাজৰিকাই ৰাৱণৰ হাতত অপমানিতা সীতাৰ দৰেই আজিৰ সমাজতো জৰ্জৰিতা অলেখ নাৰীৰ কথা কৈছে 'সীতা' কবিতাটিত। এতিয়াও দেশে দেশে নাৰীৰ মন নুবুজা ৰামৰ চৰিত্ৰ তেওঁৰ দৃষ্টিত ধৰা পৰিছে।

"এতিয়াও ঘৰে ঘৰে
কৈকেয়ী মন্থৰা



নাৰী হৈ নাৰীত্বৰ
এতিয়াও কি যে অপমান।"

কিন্তু কবিয়ে এই কথাও বুজি পাইছে,

"সীতা কিন্তু একেদৰে নাই
সীতাক নালাগে আজি সোণৰ হৰিণা
বাৰে বাৰে অগ্নিদগ্ধা হৈ
লাজ গ'ল
ভয় গ'ল
গ'ল আৰু বিশ্বাসৰ কঠিন বান্ধোন
সীতা আজি অকলশৰীয়া
বন্ধুহীনা, সংগীহীনা
সুবিশাল সংসাৰত অকলেই থিয় দিয়া
দীপ্ত অগ্নিশিখা।"

শব্দচয়নত আধুনিক অসমীয়া কবিতাৰ নতুন কবিসকল যথেষ্ট সচেতন। তেওঁলোকে কবিতাৰ বিষয় বা ভাৱ-বস্তু ৰূপায়ণৰ ক্ষেত্ৰতো নতুন ধাৰাৰ সৃষ্টি কৰিছে। আধুনিক কবিসকলৰ কবিতা বুদ্ধিনিষ্ঠতাৰে সমৃদ্ধ। তেওঁলোকৰ কবিতাতো ৰোমাণ্টিক প্ৰেমানুভূতিৰ নিৰ্যাস ঘটিছে; কিন্তু এই প্ৰেমানুভূতি নৈৰ্ব্যক্তিকভাৱেই প্ৰকাশিত হৈছে। প্ৰেম আৰু বিষাদভাৱৰ সংমিশ্ৰণত তেওঁলোকৰ কবিতা হৈ পৰিছে মধুময়। এই ক্ষেত্ৰত নীলমণি ফুকন, হীৰেন ভট্টাচাৰ্য্য-আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ মাজতো জীৱনবোধ, মানৱতা আৰু মৃত্যুচেতনাই তেওঁলোকৰ কবিতাক জোকাৰি গৈছে। 'এই যেন প্ৰথম শুনিলোঁ তোমাৰ মাত' বুলি প্ৰেমানুভূতিত শিহৰিত হোৱা কবিয়ে কবিতাৰ মাজেদি জীৱনৰ সত্যানুসন্ধানত আগবাঢ়িল। ৰোমাণ্টিক যুগৰ কবিতাত অতীন্দ্ৰিয়বাদৰ জৰিয়তে জীৱনৰ সত্যৰ অনুসন্ধান কৰা হৈছে। লাহে লাহে মানৱীয় প্ৰমূল্যৰ অৱক্ষয়ৰ ফলত কবিসকলৰ জীৱন জিজ্ঞাসাৰ স্বৰূপ সলনি হ'বলৈ ধৰিলে। ঐতিহ্যচেতনাৰে উদ্বুদ্ধ কবিসকলে মৃত্যুচেতনাৰে জীৱনক গভীৰ দৃষ্টিৰে চাবলৈ শিকিছে। এইক্ষেত্ৰত হেম বৰুৱা, নৱকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। অৱশ্যে কেতিয়াবা মৃত্যুচেতনাৰে উদ্বুদ্ধ নোহোৱাকৈও গভীৰ অৰ্ন্তমুখীনতাৰে কবিসকলে জীৱনৰ

সত্যৰ অনুসন্ধান কৰিছে। নৱকান্ত বৰুৱাই 'মহাকাব্যৰ পাণ্ডুলিপি' কবিতাৰ মাজেৰে জীৱনৰ ক্ষণস্থায়িত্ব প্ৰতিপন্ন কৰিছে, লগতে জীৱন আৰু মৃত্যুৰ অবিচ্ছেদ্য সম্পৰ্কৰ কথাও ব্যক্ত কৰিছে। কবিতাটোৰে জীৱনৰ প্ৰয়োজনীয়তা অথবা মূল্যৰ কথাও প্ৰকাশ কৰিছে।

জীৱন জিজ্ঞাসাই কবীন ফুকনৰ কবিতাত বিশেষ বৈশিষ্ট্য সানি দিছে। এনে বৈশিষ্ট্যৰ স'তে বাস্তৱ ৰূপে গা-কৰি উঠিছে। ৰজা-প্ৰজা, দেশৰ অৱক্ষয়লৈ লক্ষ্য কৰি তেওঁ কৈছে,

"এনেকৈয়ে ঠিক এনেকৈয়ে
ভাগি পৰে অ' মোৰ আপোনাৰ দেশ,
অনন্ত হুতাহত
আপোনাতে আপুনি নিঃশেষ।"

কবি প্ৰফুল্ল ভূএগ্ৰায়ো পৰিব্ৰাজক হৈ ঈশ্বৰ, মানুহৰ জ্ঞান অথবা প্ৰকৃতিৰ সত্যৰ সন্ধানত অগ্ৰসৰ হৈ লিখিছে,

"সাৰনাথ শ্ৰাবস্তিৰ নগৰীয়া কোলাহল ধৰ্ম মহামেল
ঈশ্বৰৰ অস্তিত্বৰ মীমাংসা নহ'ল আৰু, হ'ল তেতিয়াই
অশোকৰ ধৰ্ম প্ৰচাৰৰ প্ৰৱল প্ৰয়াস সেই
সংঘমিত্ৰা ৰাহুলৰ সিংহল সমুদ্ৰ যাত্ৰা দক্ষিণৰ ফালে।
মোৰ যে উত্তৰ যাত্ৰা, উত্তৰৰ বামিয়ান উপত্যকা কিমান যে দূৰ!
গান্ধাৰৰো উত্তৰৰ বিশাল প্ৰান্তৰ সেই
সোণোৱালী হালধীয়া কহুঁৱা বনৰ আশে পাশে
অগভীৰ নদীৰ শিলনি, কঠিন বন্ধুৰ পথ শেষেই নহয়।"

মানুহৰ জীৱনক মঙ্গলময় কৰি তোলাই কবিৰ উদ্দেশ্য। সেয়ে এই অন্তহীন যাত্ৰা।

যুদ্ধোত্তৰ যুগৰ কবিসকলৰ মাজত বুদ্ধিনিষ্ঠ চিন্তা আৰু যুক্তিসিদ্ধ সিদ্ধান্ততহে বিশ্বাস কৰা মানসিকতা গঢ় লৈ উঠিল। ইয়াৰ ফলত ঈশ্বৰ বিশ্বাসৰ প্ৰতি তেওঁলোকৰ মনত এক বিপৰীত, যুক্তিপূৰ্ণ চিন্তা গঢ় লৈ উঠা দেখা গ'ল। নৱকান্ত বৰুৱাই 'চাৰ্বাক', 'স্বীকৃতি' আদি কবিতা ৰচনা কৰি ঈশ্বৰ



বিশ্বাসৰ পৰম্পৰাক আওকাণ কৰি এক গতিশীল চিন্তাৰে ঈশ্বৰক বিচাৰ কৰিলে। নীলমণি ফুকনে 'আজি মোক এটা ঈশ্বৰ লাগে' বুলি ঈশ্বৰৰ স্থিতি সম্পৰ্কত বাস্তৱ দৃষ্টিভঙ্গী পোষণ কৰিলে। বিংশ শতিকাৰ শেষৰ কবিৰ মাজতো এনে দৃষ্টিভঙ্গীয়ে দকৈ শিপালে। অৰ্চনা পূজাৰীৰ 'ঈশ্বৰক অভিশাপ', মেগন কছাৰীৰ 'নিশা নামিলেই সকলো ঈশ্বৰ' আদি কবিতালৈ এইক্ষেত্ৰত আঙুলিয়াব পাৰি।

অসমীয়া কবিতাৰ বোঁৱতী সুঁতিটোৰে এনেদৰে পৰিৱৰ্তন, পৰিবৰ্দ্ধন, নতুনত্বৰ মাজেৰে বৈ আহি বৰ্তমানৰ ৰূপ পৰিগ্ৰহ কৰিছে। আধুনিক অসমীয়া কবিতাৰ নিৰৱছিন্ন ধাৰাটোলৈ লক্ষ্য কৰিলে যুদ্ধোত্তৰ যুগৰ কবিতাৰ ক্ষেত্ৰত সততে পৰিদৃষ্ট হোৱা বৈশিষ্ট্য কেইটা হ'ল,

কবিতা নৈৰ্ব্যক্তিক হ'ল, কবিতা বিমূৰ্ত হ'ল, ৰমন্যাসিকতা বজাই ৰাখিও কবিতাত প্ৰতীকবাদ, চিত্ৰকল্পবাদে গা-কৰি উঠিল, কবিতা সহজতে বুজি নোপোৱা হ'ল, কবিতা বুজিবলৈ জ্ঞানৰ প্ৰয়োজন হ'ল, কবিতাৰ মাজত হৃদয়ৰ অনুভূতিৰ লগতে চিন্তাশীলতাও সোমাই পৰিল, ঐতিহ্যচেতনা আৰু নষ্টালজীয়াই কবিতাত বিৰাজ কৰিলে, পৰম্পৰাৰ প্ৰতি প্ৰশ্ন উত্থাপিত হ'ল, প্ৰকৃত অৰ্থৰ উপৰিও ব্যৱহৃত শব্দই অধিক অৰ্থৰ ইঙ্গিত দিয়া হ'ল, গদ্য ছন্দৰ প্ৰয়োগ ঘটিল, অৰ্ন্তমুখীনতা, জীৱনবোধ, মৃত্যুচেতনা আদিয়ে কবিতাৰ বিষয় বস্তুক গভীৰতা প্ৰদান কৰিলে, কবিতাত বৈচিত্ৰ্যৰ সমাৱেশ হ'ল।

# সাময়িক গতি আৰু প্ৰকৃতি

লোক-কবিতাৰ সুৰীয়া বৈশিষ্ট্যৰ মাজতে অসমীয়া কবিতাৰ আৰম্ভণি। সেইদৰে ৰোমাণ্টিক যুগতে অসমীয়া কবিতাৰ গতি আৰু প্ৰকৃতিৰ উত্তৰণ। কবিতাৰ এই নতুন গতিত জাতীয় জীৱনেও অৰিহণা যোগালে। জাতীয় জীৱনৰ স'তে সাহিত্যৰ এক বিশেষ সম্পৰ্ক আছে। ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনৰ ফলত অসমৰ জাতীয়জীৱনত পাশ্চাত্যৰ কিছু কিছু প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰে। সাহিত্যৰ ক্ষেত্ৰত পাশ্চাত্যৰ ভাৱধাৰা সোমাই পৰাত প্ৰথমেই অৰিহণা যোগালে ১৮৪৬ চনত প্ৰকাশ পোৱা 'অৰুনোদই' আলোচনীয়ে। 'অৰুনোদয়ে' জগতৰ স'তে কবিসত্ত্বাৰ সম্পৰ্ক স্থাপনত অথবা কবিৰ মনোভঙ্গী কঢ়িয়াই অনাত বিশেষ ভূমিকা ল'ব নোৱাৰিলেও অসমীয়া কবিতাৰ ধাৰাত ৰোমাণ্টিক অনুভূতিৰ পৰশ দিবলৈ সক্ষম হ'ল। ফলত অসমীয়া কবিতাৰ পথাৰখনত ৰূপিত হ'ল পাশ্চাত্যৰ ৰোমাণ্টিক ভাৱাদৰ্শৰ বীজ। অসমীয়া কবিতাৰ এয়া তৃতীয় স্তৰ। সংক্ৰান্তিকালৰ এই সময়ছোৱাত এক নতুন বাতাৱৰণৰ সৃষ্টি হৈছিল। সৃষ্টি হৈছিল কেইগৰাকীমান সফল কবিৰ। কাব্যসৃষ্টিৰ আঙ্গিকৰ ক্ষেত্ৰত তেওঁলোকে বিশেষ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হ'ল। এইক্ষেত্ৰত উল্লেখযোগ্য কবি কেইগৰাকী হ'ল—ৰমাকান্ত চৌধুৰী (১৮৪৬—১৮৮৯) ভোলানাথ দাস (১৮৫৮—১৯২৯), বলদেৱ মহন্ত (১৮৫০—১৮৯৫) আৰু কমলাকান্ত ভট্টাচাৰ্য্য (১৮৫৩—১৯৩৬)। পূৰ্বৰ অধ্যায়ত তেওঁলোকৰ কাব্যকৃতি সম্পৰ্কে আলোচনা কৰা হৈছে। কমলাকান্ত ভট্টাচাৰ্য্য আছিল প্ৰাক্-ৰমন্যাসিক যুগৰ কবি। 'অৰুনোদই' আৰু 'জোনাকী'ৰ প্ৰথম সাকোঁ এইজনা কবি আছিল অসমীয়া কবিতাৰ নতুন যুগৰ বাৰ্ত্তাবাহক।

অসমীয়া ৰোমাণ্টিক কবিতাৰ আৰম্ভণি ১৮৮৯ চনত 'জোনাকী'ৰ প্ৰকাশৰ লগে লগে। তেতিয়াৰেপৰা 'জয়ন্তী'ৰ প্ৰকাশ চলি থকালৈ এই সময়ছোৱা অসমীয়া কবিতাৰ এক ৰমণীয় সময়। সোতৰ শতিকাৰ শেষ স্তৰৰপৰা ঊনৈশ শতিকাৰ মধ্যস্তৰলৈ অসমীয়া কবিতা এটি উৰন্ত পখীৰ দৰেই উৰ্দ্ধমুখী আৰু গতিশীল আছিল।



অসমীয়া ৰোমাণ্টিক কবিতা পাশ্চাত্যৰ প্ৰভাৱৰ ফল। অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্মত ইংৰাজী ৰোমাণ্টিক কবিতাৰ দৰে বিশেষভাৱে সংঘটিত ঘটনাৰ প্ৰভাৱ নাছিল। ইংৰাজী সাহিত্যত ৱৰ্ডছ্‌ৱৰ্থ আৰু ক'লৰিজৰ পূৰ্বৰ কবিসকল আছিল ধ্ৰুপদী সাহিত্যৰ অধিকাৰী। পৰিপূৰ্ণ স্পষ্টতাৰে তেওঁলোকৰ সাহিত্য আছিল বিশেষ বৈশিষ্ট্যপূৰ্ণ। সাধাৰণ বুদ্ধিগ্ৰাহ্য মানৱীয় অভিজ্ঞতাক তেওঁলোকে সাহিত্যৰ মূল উপকৰণ হিচাপে গ্ৰহণ কৰিছিল। সেই সময়ৰ সংযত সাহিত্যই অভিজাত শ্ৰেণীটোকহে প্ৰতিনিধিত্ব কৰিছিল। মগজুৰ সাহিত্য হিচাপে পৰিচিত ধ্ৰুপদী সাহিত্যই হৃদয়ৰ বতৰা ল'ব বা দিব পৰা নাছিল। ধ্ৰুপদী সাহিত্যত কাব্যৰূপৰ শুদ্ধতাৰ প্ৰতি অধিক গুৰুত্ব প্ৰদান কৰা হৈছিল। অষ্টাদশ শতিকাৰ অন্তিম দশকত ইউৰোপীয় সাহিত্যৰ গতি সলনি হ'ল। ফৰাচী বিপ্লৱে ইউৰোপীয় জনমানসত নতুন পোহৰ ছটিয়াই দিলে। এইক্ষেত্ৰত বিশেষভাৱে অৰিহণা যোগালে ৱৰ্ডছ্‌ৱৰ্থ, ক'লৰিজ, শ্যেলী, কীটছ, বাইৰণৰ কাব্যকৃতিয়ে। তেওঁলোকৰ ৰমন্যাসিক কাব্য আন্দোলন আছিল এক গভীৰ বিপ্লৱৰ দ্বাৰা অনুপ্ৰাণিত কাৰ্য্য। এক কথাত ক'বলৈ গ'লে সেয়া আছিল পুনৰুত্থানৰ এক দৃঢ় পদক্ষেপ। এলিজাবেথীয় সাহিত্যই ৰোমাণ্টিক সাহিত্যৰ মাজত যেন নতুন ৰূপ পালে। এলিজাবেথীয় যুগৰ সাহিত্যৰ ৰোমাণ্টিকতাই নাট্য-সাহিত্যৰ মাজত পৰিপূৰ্ণতা লাভ কৰাৰ দৰে ঊণাইছঁাচ যুগৰ ৰোমাণ্টিকতাই কাব্য-সাহিত্যৰ মাজত প্ৰকাশ লাভ কৰিছিল।

অসমীয়া কবিতাত ৰোমাণ্টিকতাৰ প্ৰকাশ ঘটাৰ ক্ষেত্ৰত কেইজনমান অসমীয়া শিক্ষিত ডেকাৰ উৎসাহ, আগ্ৰহ আৰু একাগ্ৰতাৰ কথাই মনলৈ আহে। হোমাৰৰ কাব্যৰ চেপমেনকৃত অনুবাদ পঢ়ি কীট্‌ছ আত্মাহাৰা হৈছিল। সেইদৰে কলিকতালৈ উচ্চ শিক্ষা গ্ৰহণৰ বাবে গৈ পাশ্চাত্য সাহিত্যৰ সংস্পৰ্শলৈ অহা সেই সময়ৰ অসমীয়া ছাত্ৰসকলো সেইবোৰৰ বিষয়বস্তু, ৰচনাৰীতিৰ প্ৰতি আকৃষ্ট হৈছিল। ফলত অসমীয়া কৱিতাতো নতুনত্বৰ আগমন ঘটিল। ৰমন্যাসিকতাৰ কোমল পৰশত অসমীয়া কবিতা নকৈ উজ্জীৱিত হ'ল। ইয়াৰ পিছতেই অসমীয়া সাহিত্যত ৰোমাণ্টিক কবিতাৰ পূৰ্ণ পয়োভৰৰ সময় আহি পৰিল। প্ৰাক্ ৰমন্যাসিক স্তৰৰ কবিতাৰ পৰা শুভাৰম্ভ কৰি জোনাকী যুগ আৰু আৱাহন যুগলৈকে প্ৰৱাহিত হৈ থকা ৰোমাণ্টিক ভাৱধাৰাই আধুনিক অসমীয়া কবিতাত ৰহণ চৰালে। এই সময়ৰ ৰোমাণ্টিক ভাৱধাৰা আছিল বহুধা বিভক্ত। প্ৰকৃততে প্ৰকৃতিপ্ৰীতি, অতীতপ্ৰীতি, প্ৰেম, সৌন্দৰ্য্য, বিষাদ, দেশপ্ৰেম, কল্পনা,

মানৱতাবাদ, অতীন্দ্রিয়বাদ, বিস্ময় আদি ৰোমাণ্টিক লক্ষণাক্রান্ত বিষয়বোৰেই কবিতাসমূহৰ মূল সমল হৈ পৰিল। ইয়াৰ লগে লগে অসমীয়া কবিতাৰ বুকুলৈ সোমাই আহিল কিছুমান নতুন বাদ। বিভিন্ন বাদৰ প্ৰয়োগত কবিতাবোৰে একোটা থূলৰ সৃষ্টি কৰিলে। জোনাকীৰ উদ্ভৱ কালৰপৰা দ্বিতীয় মহাযুদ্ধৰ প্ৰাৰম্ভলৈকে এই অৰ্দ্ধশতাব্দীকালত অসমৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক দিশত পৰিৱৰ্ত্তন ঘটাত কবিতাতো তাৰ প্ৰভাৱ পৰিল। সেইদৰে সাহিত্যৰ আন আন বিভাগবোৰো এই প্ৰভাৱৰপৰা মুক্ত হৈ নাথাকিল। এই সময়ছোৱাৰ সাহিত্যৰ প্ৰধান ধাৰা কেইটাৰ সম্পৰ্কত ড° সত্যেন্দ্ৰনাথ শৰ্মাই এনেদৰে লিখিছে,

১। প্ৰকৃতি, প্ৰেম, দেশপ্ৰীতি, জাতীয় জাগৰণ, অতীতৰ যশোগান, সৰল চহা জীৱনৰ সহানুভূতিশীল চিত্ৰণ, অতীন্দ্ৰিয়বাদ,—এই সকলোবোৰ কবিৰ মনোদাপোণত প্ৰতিফলিত হৈ চিত্ৰ-বিচিত্ৰ ৰূপত প্ৰকাশ।

২। অতীতৰ গৌৰৱময় ইতিহাসৰ ভিত্তিত নতুন দৃষ্টিৰে দীৰ্ঘাৱয়বী বৰ্ণনাত্মক কাব্যৰ ৰূপায়ণ।

৩। সেই একে দৃষ্টিৰে ঐতিহাসিক উপন্যাস আৰু নাটকৰ অভ্যুদয়।

৪। সংস্কাৰকামী সামাজিক উপন্যাসৰ প্ৰৱৰ্ত্তন।

৫। বেজবৰুৱা আৰু শৰৎ গোস্বামীৰ দ্বাৰা গ্ৰাম্যজীৱন ভিত্তিক চুটি গল্পৰ প্ৰৱৰ্তন। 'আৱাহন' যুগত চুটি গল্পৰ আঙ্গিক আৰু প্ৰকাশভঙ্গীৰ পৰিৱৰ্তন।

৬। ব্যঙ্গাত্মক কবিতা আৰু প্ৰবন্ধৰ প্ৰসাৰ আৰু ব্যক্তিমুখী নিবন্ধৰ ক্ৰমবিকাশ।

৭। জাতীয় স্বাধীনতাৰ লগতে অসমীয়া সংস্কৃতি আৰু সাহিত্য সম্পৰ্কে সচেতন মনোভাব প্ৰকাশ আৰু সংৰক্ষণৰ প্ৰচেষ্টা।

৮। পুৰণি সাহিত্য পোহৰলৈ অনাৰ প্ৰচেষ্টা।

৯। ছন্দৰ ন ন পৰীক্ষা-নিৰীক্ষা আৰু প্ৰৱৰ্তন।

১০। সাহিত্যত নাৰী মুক্তিৰ আংশিক প্ৰতিফলন।[১]

---

১। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃঃ ৩২৫



মন কৰিবলগীয়া যে ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক দৃষ্টিভঙ্গীলৈ আলোকপাত কৰি সমালোচকসকলে ৰোমাণ্টিচিজ্‌ম, সম্পৰ্কত তেওঁলোকৰ নিজ নিজ মন্তব্য দাঙি ধৰিছে। সেই অনুসৰি কোনোৱে কৈছে—বিস্ময়ৰসৰ পুনৰুদ্‌জীৱন বুলি। কিছুমানৰ মতে ই সুন্দৰৰ স'তে বিস্ময়ৰ সংযোগ। কেতিয়াবা আকৌ কোৱা হৈছে ই প্ৰকৃতিৰ ৰূপ-মাধুৰ্য্যৰ অনুভূতি। কোনোৱে আকৌ সাহিত্যত আত্মমুক্তি বুলি অভিহিত কৰিছে। কেতিয়াবা ইয়ে হৈছে সাহিত্যত উদাৰপ্ৰাণতা। এ, চি, হাৰফোৰ্ডৰ মতে কল্পনাপ্ৰৱণতাৰ অসাধাৰণ বিকাশেই ৰোমাণ্টিক কবিতাৰ বৈশিষ্ট্য। কোনোৱে অতীতৰ প্ৰতি শ্ৰদ্ধা বুলি কৈছে। কম্পটম্ ৰিকেট যি ইংৰাজী সাহিত্যৰ প্ৰসিদ্ধ বুৰঞ্জীলেখক, তেওঁ ৰোমাণ্টিচিজমৰ লক্ষণ হিচাপে তিনিটা কথাৰ উল্লেখ কৰিছে। প্ৰথমতে ই ৰহস্যঘন ভাৱানুভূতি, দ্বিতীয়তে বৌদ্ধিক ঔৎসুক্যৰ আতিশয্য আৰু তৃতীয়তে ৰোমাণ্টিচিজম্ জীৱনৰ সহজাত সৰলতাৰ প্ৰতি প্ৰৱণতা। এই আটাইখিনি কথা অধ্যয়ন কৰি এইটো প্ৰতীয়মান হয় যে সঁচাকৈয়ে কল্পনাপ্ৰৱণতাই এই যুগৰ কবিসকলক আঁচুতীয়া আসন প্ৰদান কৰিছে। যাৰ কল্পনা শক্তি নাই, তাৰ বিস্ময় বিমুগ্ধ দৃষ্টিও নাই। কল্পনাশক্তি নথকাজনৰ চকুত সুন্দৰ আৰু আশ্চৰ্য্যৰ অপূৰ্ব সম্মিলন ধৰা নপৰে। যি মানুহৰ কল্পনাশক্তি নাই, সেই মানুহৰ আত্ম মুক্তিও নাই। এই কল্পনা আছে বুলিয়েই কবিয়ে নিষ্ঠুৰ বৰ্ত্তমানত কৰা সংগ্ৰামৰপৰা মুক্তি লভি অতীতৰ সোঁৱৰণিত আত্মহাৰা নাইবা অনাগত ভৱিষ্যতৰ সপোনত উদ্বেলিত অথবা প্ৰকৃতিৰ ৰূপ-ৰস-গন্ধ আৰু স্পৰ্শৰ মধু আহৰণ কৰি ধন্য হ'ব পাৰিছে। কল্পনা আৰু বুদ্ধি-বৃত্তি মানৱ মনৰেই চিৰন্তন লক্ষণ দুটাৰ এটা আনটোৰ অবিহনে অৰ্থহীন। ৰোমাণ্টিক কল্পনাই মানৱ অন্তৰ আলোড়িত কৰে, উদ্বেলিত কৰে; ক্লাছিকেল কল্পনাই সংযত আৰু সংহত কৰে। কল্পনাপ্ৰৱণতাৰ বাবেই এটা অশান্ত, বিদ্ৰোহী, অঘটন ঘটন পটিয়সী; আনটো শান্ত, সমাহিত সাধনাৰ পক্ষপাতি। প্ৰথমটোৰ কথা ক'লেই উত্তেজনা, উন্মাদনা, প্ৰাণ-প্ৰাচুৰ্য্য প্ৰভৃতি লৈ আমি সচেতন হওঁ; দ্বিতীয়টোৰ কথা ক'লেই প্ৰশান্তি, যথাযোগ্যতা, সংযম প্ৰভৃতি সম্পৰ্কে আমি সচেতন হওঁ। এই ৰোমাণ্টিক ভাৱধাৰাই পাশ্চাত্যৰ সাহিত্যৰ জগতখন আলফুলকৈ আৱৰি ধৰিলে; যাৰ প্ৰভাৱ আটাইতকৈ বেছিকৈ পৰিল কবিতাৰ ক্ষেত্ৰত।

পাশ্চাত্যৰ ৰোমাণ্টিক ভাৱধাৰাই অসমীয়া কবিসকলৰ অনুভূতিকো জোকাৰি গ'ল। তেতিয়াৰ কলিকতাত উচ্চ শিক্ষা লাভৰ বাবে অধ্যয়ন কৰি থকা কেইগৰাকীমান অসমীয়া ছাত্ৰৰ জৰিয়তে ইংৰাজী কাব্যৰ ৰোমাণ্টিক সুঁতিটো অসমীয়া কাব্যৰ চোতাললৈ সোমাই আহিল। পেলগ্ৰে'ভৰ 'গোল্ডেন ট্ৰেজাৰী'য়ে সোণৰ সফুঁৰা হৈ অসমীয়া কবিসকলৰ মনত নতুনৰ জোৱাৰ তুলিলে। এইক্ষেত্ৰত ত্ৰিমূৰ্তি হৈ 'জোনাকী' কাকতৰ সৃষ্টি আৰু ৰোমাণ্টিক ভাৱধাৰৰ বিস্তাৰ আৰু বিকাশত বিশেষভাৱে অৰিহণা যোগালে চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীয়ে।

ইংৰাজী ৰমন্যাসিক আন্দোলনৰ তাৰিখৰপৰা অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ পাতনিলৈ দূৰত্ব প্ৰায় এক শতাব্দী। ড° মহেশ্বৰ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত 'ৰোমাণ্টিক কবিতাৰ কাহিনী' এইদৰে আৰম্ভ কৰিছে, "এই পৰিচয়, এই উচ্ছ্বাসৰ প্লাৱন আহিল যেতিয়া পশ্চিম প্ৰৱাহৰ দ্বাৰৰ উন্মোচন ঘটিল, আৰু দুৱাৰখন মুকলি কৰি দিলে পাশ্চাত্য প্ৰভাৱৰ প্ৰবল বন্যাৰে ধৌত কলিকতা মহানগৰীতে পঢ়া দুজনমান কলেজীয়া ছাত্ৰই। অসমীয়া ভাষা-সাহিত্যক অৱহেলা আৰু আত্মপ্ৰত্যয়হীনতাৰ ক্লেদ অৱসাদৰপৰা উদ্ধাৰ কৰিবলৈ কৰা এওঁলোকৰ সংকল্পই অসমীয়া কাব্যবাণীক সম্পূৰ্ণ প্ৰকাশ স্বাধীনতা দিলে আৰু আদি ঊনবিংশ শতকৰ ৰোমাণ্টিক ইংৰাজী কবিতাৰ সংস্পৰ্শই নিদ্ৰাৰ পৰা তুলিলে। কাব্যিক প্ৰচেষ্টাৰ আদৰ্শৰূপে আগৰ সাহিত্যিক যুগক বিস্মৃতিৰ গৰ্ভলৈ এৰি দিয়া হ'ল।" ড° নেওগে ৰমন্যাসিক কবিতাৰ জন্মলগ্নৰ ইতিহাস ক'বলৈ গৈ কৈছে, "আধুনিক সাহিত্যৰ এই প্ৰথম আলোড়ন মূলতঃ কাব্যিক কিন্তু তাৰ ক্ৰিয়া প্ৰক্ৰিয়াবিলাক অধিক ক্ষেত্ৰ-ব্যাপক। ইংৰাজী অনুৰাগৰ কবিতাৰ পৰশত আমাৰ কবিসকলে প্ৰকাশভঙ্গীৰ সকলো বিলাসেৰে প্ৰেম-অনুৰাগৰ মুড় আৰু ছেণ্টিমেণ্ট, ভাব আৰু অনুভূতিৰে অভিনৱ লিৰিক্ বা খণ্ডকবিতা ৰচনা কৰিলে।" হেম বৰুৱাই এই ৰমন্যাসিক ধাৰা সম্পৰ্কে কৈছে, "এই বিকাশ ইংৰাজী শিক্ষাৰ মাধ্যমেৰে অহা পছিমীয়া প্ৰৱাহৰ প্ৰতি স্বপ্ৰণোদিত সঁহাৰি স্বৰূপেহে সম্ভৱপৰ হৈছিল। ইন্দ্ৰিয়গ্ৰাহ্যতা, নতুনৰ প্ৰতি সন্মোহন, সৌন্দৰ্য্যৰ প্ৰতি সন্মোহন, প্ৰেম আৰু কাব্যধৰ্মিতাৰ প্ৰতি সন্মোহন, ইত্যাদিৰ জৰিয়তে বেজবৰুৱা আৰু আগৰৱালাই ৰোমাণ্টিক ঐতিহ্যৰ দুৱাৰ



মুকলি কৰিছিল। এই দুজনাৰ লগতে হেম গোস্বামী, এই তিনিজনা হৈছে আমাৰ ৰোমাণ্টিক যুগৰ ত্ৰিমূৰ্তি।"

অসমীয়া কাব্যত ৰমন্যাসৰ ঢল নমাওতা প্ৰথমগৰাকী ব্যক্তিয়ে হ'ল চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮) কলকাতাত লাভ কৰা শিক্ষাই চন্দ্ৰকুমাৰৰ মনোজগতত বিশেষভাৱে প্ৰভাৱ পেলালে। বিশেষকৈ পাশ্চাত্য সাহিত্যৰ অধ্যয়নে তেওঁক এক নতুন দিশৰ সন্ধান দিলে। নিঃসন্দেহে সেই দিশটো হ'ল ৰমন্যাসবাদৰ বিস্ময়পূৰ্ণ আকৰ্ষণীয় দিশ। বি. এ. পাঠ্যক্ৰম আধাতে সামৰি ছপাখানা আৰু চাহৰ ব্যৱসায়ত লাগি থকাৰ লগতে কবিতা ৰচনাৰ প্ৰতিও তেওঁ মনোযোগ দিলে। 'জোনাকী' আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালাই 'বনকুঁৱৰী' নামৰ গীতিকবিতাটি ৰচনা কৰি অসমীয়া আধুনিক কবিতাৰ সিংহদুৱাৰ মুকলি কৰি দিলে। 'জোনাকী'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত এই কবিতাটি প্ৰকাশ পাইছিল। হাবিৰ মাজত নিৰ্জন দুপৰীয়া বনকুঁৱৰীৰ উমান পাই কবিয়ে লিখিছে,

"নিজম দুপৰীয়া সুহুৰীটি মাৰি
মাতিলে নো কোনে কাক?
বিজন বনত কোন ক'ত আছে?
হালিছে গছৰ আগ।
গহীন গছত বতাহৰ ছাটি—
পাত কপেঁ থৰ থৰ।
হাবিৰ মাজৰপৰা কোনে নো বা
মাটি উঠে 'মৰ মৰ'?
নিচুক লতিকা গছক সাৱটি—
প্ৰতি অঙ্গে চুমাচুমি।
পাতৰ আঁৰত থাকি কপৌটিয়ে
কিবা কৰে জুমাজুমি!"
ইত্যাদি।

ইয়াত ইংৰাজ কবি ক'লৰিজৰ দৰে তেওঁ এখন অতিলৌকিক জগতৰ চিত্ৰ দাঙি ধৰিছে। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতা সৃষ্টিৰ উল্লেখযোগ্য সমল হৈছে

মানৱপ্ৰেম। ৰোমাণ্টিক আন্দোলনৰ পূৰ্বে মানৱৰ স্থিতি কাব্য-সাহিত্যত গৌণহে আছিল। ৰমন্যসবাদৰ সূচনাৰে অসমীয়া কাব্যত চন্দ্ৰকুমাৰে বিশেষ মানৱীয় মৰ্য্যাদা প্ৰদানেৰে মানুহক এক উচ্চ আসনত উপস্থাপিত কৰিলে। কেৱল সেয়ে নহয়, মানুহক তেওঁ দেৱত্বৰ শাৰীলৈও লৈ গ'ল। তেওঁৰ 'মানৱ বন্দনা', 'বীণ-ব'ৰাগী'ত মানৱীয় চেতনাই অতি প্ৰকট হৈ ধৰা দিছে। মানৱীয় গুণৰ মূল্যায়নৰ দিশটো ৰমন্যাসিকতাৰ এক উল্লেখযোগ্য বৈশিষ্ট্য। এনে বৈশিষ্ট্যৰে চন্দ্ৰকুমাৰৰ কবিতা দগমগাই আছে। তেওঁ মানুহক দেৱতাৰ শাৰীত থিয় কৰাইছে।

"মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ;
কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লৈ
জয় জয় মানৱ দেৱ।"

মানুহক তেওঁ দেৱত্বৰ শাৰীলৈ লৈ যোৱাই নহয়, মানুহৰ মাজতে তেওঁ ভগৱানক উপলব্ধি কৰিছে। চন্দ্ৰকুমাৰৰ কাব্য-সৃষ্টিৰ উল্লেখযোগ্য সমল হৈছে মানৱপ্ৰেম। প্ৰেম ৰোমাণ্টিক কবিতাৰে এক উল্লেখনীয় বিষয়। "মানৱক তেওঁ পৰাৎপৰ, বিশ্বজগতৰ কেন্দ্ৰ ৰূপে দেখা পাইছে, মানৱৰ নভঃস্পৃ দীপ্তবিশালনেত্ৰ বিশ্বৰূপ দেখি একে সময়তে হৃষ্টাত্মা আৰু প্ৰব্যথিতাত্মা হৈ ধৃতি হেৰুৱাইছে, আৰু জগতৰ সকলো নীচ পঙ্কিলতা প্ৰশান্ত মহাসাগৰৰ জলেৰে ধুই এক পুনৰুদিত বিশ্বক হিমালয়ৰ উত্তুঙ্গ শিখৰলৈ তুলিবলৈ মানস কৰিছে।"[২]

শ্যেলীৰ দৰেই চন্দ্ৰকুমাৰ ৰমন্যাসিক স্বপ্নবিলাসী। কিছুমান বিমূৰ্ত ধাৰণাৰে শ্যেলীয়ে সপোন দেখিছিল। জীৱনৰ ভিন্ন অভিজ্ঞতাই তেওঁক ৰমন্যাসিক সপোনৰ সাগৰত বুৰাই পেলাইছিল। চন্দ্ৰকুমাৰ আগৰৱালায়ো জীৱনৰ অভিজ্ঞতা লাভ কৰি মানুহৰ বাবে এখন মৰ্য্যাদাপূৰ্ণ সমাজৰ সপোন দেখিছে। সেইখন সমাজত নাথাকিব অন্যায়, অত্যাচাৰ, অবিচাৰ। থাকিব কেৱল মানুহ হিচাপে মানুহৰ স্বীকৃতি। কবিৰ দুৰন্ত হেঁপাহ,

"আঙুলি বুলাব জনাহলে আজি
পেলালোহেঁতেন টানি,
হিমালয় চূড়া বুৰালোঁহেঁতেন

২ মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৫৫



উছলি কলীয়া পানী।"

শ্যেলীয়ে 'প্ৰমিথিউছ আন্‌বাউণ্ড'ত কামনা কৰাৰ দৰেই তেওঁ কামনা কৰিছে এখন নতুন সমাজৰ। বৰাগীৰূপী কবিয়ে মানুহৰ মাজত এক ঐশিক শক্তিৰ সন্ধান পাইছে। এই শক্তিৰ মূল আধাৰ হৈছে মানৱ। 'মানৱ বন্দনা' কবিতাত তেওঁ মানৱপ্ৰেমৰ জয়গান গাইছে; আনহাতে 'বীণ-ব'ৰাগী'—কবিতাত তেওঁ স্বাৰ্থান্বেষী মানুহৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে। এই বিদ্ৰোহ মানুহৰ হকে ভালপোৱাৰে এক অন্য ৰূপ মাথোন। 'মানৱ-বন্দনা'ত কবিৰ লক্ষ্য বিনম্ৰ আবেদনেৰে পৃথিৱীতে সৰগ ৰচনা কৰাৰ আৰু 'বীণ-ব'ৰাগী'ত সেই লক্ষ্য পূৰণৰ অস্ত্ৰ হ'ল বিদ্বেষপূৰ্ণ বিপ্লৱ।

"মানুহৰ তেজ শুহি শুহি খায়
মানুহ ৰাক্ষসে চোৱা।"

চন্দ্ৰকুমাৰৰ 'নিয়ৰ' আৰু 'মাধুৰী' কবিতাদুটি তেওঁৰ প্ৰখৰ কল্পনা শক্তিৰ অপূৰ্ব নিদৰ্শন। ইয়াত সৌন্দৰ্য্যৰ অপূৰ্ব প্ৰকাশ ঘটিছে। এটোপাল সাধাৰণ নিয়ৰৰ মাজতে তেওঁ অঙ্কন কৰিছে সৌন্দৰ্য্যৰ অভিনৱ কাল্পনিক চিত্ৰ। কল্পনাৰ বৰ্ণিল সুষমাৰে কবিয়ে 'মাধুৰী' কবিতাত অৰ্দ্ধ সৌন্দৰ্য্যৰ মধুৰ চিত্ৰ অঙ্কন কৰিছে।

"ফুটো নে নুফুটোকৈ
কুমলীয়া কলিটি,
ওঁঠত লাজেৰে বৈ
মিচিকিয়া হাঁহিটি।"

অৰ্দ্ধপ্ৰস্ফুটিত সৌন্দৰ্য্যৰ বৰ্ণনাৰে 'মাধুৰী' আৰু 'কিশোৰী' কবিতাত তেওঁ এক ৰমন্যাসিক সুৰধ্বনি তুলিছে। ইংৰাজী সাহিত্যত ৱৰ্ডছ্‌ৱৰ্থ, কীটছৰ কবিতাত অৰ্দ্ধ সৌন্দৰ্য্যৰ প্ৰকাশ ঘটিছে। এইক্ষেত্ৰত ৱৰ্ডছ্‌ৱৰ্থৰ 'লুচি' কবিতাৰ অৰ্দ্ধ সৌন্দৰ্য্যৰ কমণীয়তা সততে স্মৰণীয়।

'বীণ-ব'ৰগী' কবিতাত প্ৰকৃতিক মাতৃৰূপে কল্পনা কৰি প্ৰকৃতিৰ প্ৰেমময়ী ৰূপটো দাঙি ধৰিছে। প্ৰকৃতিৰ বুকুৰ সকলো বস্তুৰে জন্ম-মৃত্যু অথবা পৰিৱৰ্তন

সংঘটিত হয়। কিন্তু প্ৰকৃতিৰ নিয়মৰ পৰিৱৰ্তন নঘটে। প্ৰকৃতিৰ প্ৰকৃতি সদায় স্থিৰ।

"ক'ৰ কোন কিবা হ'ল,
চিন-স্মৃতি পমি গ'ল
প্ৰকৃতি যে তেনেকৈয়ে ৰ'ল।"

চন্দ্ৰকুমাৰৰ কবিতা ৰোমান্টিক বেদনাবোধেৰে উদ্বেলিত। মানৱৰ সুখ-দুখ, বিশাল বিশ্বৰ সৃষ্টিৰ আঁৰৰ ৰহস্যাই কবিক দাৰ্শনিক ভাৱাপন্ন কৰি তুলিছে। এয়া ৰোমান্টিক কবিতাত ৰহস্যবাদৰ আৰম্ভণি বুলি ক'ব পাৰি। জীৱন সম্পৰ্কে কবিৰ দৃষ্টিভঙ্গী অতি কৰুণ। সংশয়পূৰ্ণ কবিৰ প্ৰশ্ন,

"ভঙা-গঢ়া, সজা-পতা, হৰা-জিকা যুঁজ
দিনে-ৰাতি হাঁহি-কান্দোনৰ ৰোল।
সঁচা-মিছা কিনো, ধৰিম এৰিম কাক
সকলো বিষম ভ্ৰমৰ ঘোৰ।"

চন্দ্ৰকুমাৰৰ 'তেজীমলা' আকৌ অন্য এটি ধাৰাৰ কবিতা। 'মানৱ-বন্দনা'ত মানুহৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰকাশ কৰা কবি গৰাকীয়ে 'তেজীমলা'ত মানুহৰ প্ৰতি চৰম অনাস্থা ব্যক্ত কৰিছে। অসমীয়া লোক-সাহিত্যৰ সাধুকথা আৰু গীতৰ কাহিনীক তেওঁ ৰোমান্টিক যুগৰ কবিতাৰ বুকুত প্ৰতিষ্ঠা কৰিছে। এইক্ষেত্ৰত কাহিনী কথনতকৈ ব্যঞ্জনাৰ প্ৰয়োগেৰে মানুহৰ হৃদয়ৰ নিষ্ঠুৰতাৰ কথাহে তেওঁ মুক্তভাৱে ব্যক্ত কৰিছে। তেজীমলাৰ উক্তিৰে তেওঁ প্ৰকাশ কৰিছে মানুহৰ স্বাৰ্থপৰতাৰ কথা।

"হাতো নেমেলিবি ফুলো নিছিঙিবি
কৰে নাৰৰীয়া তই?
মানুহে ফুলৰ কি জানে আদৰ
তেজীমলাহে মই।"

কবিতাটিত প্ৰকৃতিৰ স'তে তেজীমলাৰ নিবিড় সম্পৰ্ক স্থাপনৰ মাজেদি কবিগৰাকীৰ প্ৰকৃতিপ্ৰীতিৰ কথাও ঘোষিত হৈছে। মানুহৰ প্ৰতি প্ৰকৃতিৰ সহৃদয়তা এক চিৰন্তন সত্য। প্ৰকৃতিৰ পৰাহে মানুহে লাভ কৰিব পাৰে নিঃস্বাৰ্থ



মৰম, ভালপোৱা। 'তেজীমলা' আৰু 'জলকুঁৱৰী' কবিতাৰ মাজত ধ্বনিত হৈছে তাৰেই প্ৰতিধ্বনি। প্ৰকৃতিৰে সৈতে তেজীমলাৰ আত্মীয়তা কিমান গভীৰ!

"পুৱাৰ মলয়া উঠি ছয়াময়া
বোলে উঠা তেজীমলা"
* * * * * * * *
"উত্ৰাৱল পানী ৰঙা হাঁহি সানি
খলকিছে চুই ভৰি।
* * * * * * * *
"সোণ-ৰূপ মাছ আহিছে গৈছে
ঘৰ পোহনীয়া তোৰে।"

ইংৰাজ কবি ক'লৰিজৰ অলৌকিকতাই যেন দুয়োটি কবিতাকে চুই গৈছে। মৰমী প্ৰকৃতিৰ শান্তিপ্ৰদায়িনী ৰূপটোৱে ক'লৰিজক আকৃষ্ট কৰাৰ দৰে চন্দ্ৰকুমাৰৰ হৃদয়কো আলোড়িত কৰিছে। 'ক্ৰিষ্টাবেল' কবিতাত ক'লৰিজে কৈছে,

"There is not wind enough to twirl
The one red leaf, the last of its clan,
That dances as often as dance it can,
Hanging so light, and hanging so high,
On the topmost twig that looks up at the sky."

চন্দ্ৰকুমাৰ আগৰৱালাই জীৱন আৰু প্ৰকৃতিৰ মাজত সৌন্দৰ্য্যৰ অফুৰন্ত শক্তিৰ কথা উপলব্ধি কৰিছে। সৌন্দৰ্য্যৰ পম খেদি কবিয়ে সিদ্ধান্তত উপনীত হৈ কৈছে,

"ফুৰিছোঁ যাত্ৰীৰ বেশে স্বদেশ বিদেশ
সুন্দৰৰ আৰাধনা জীৱনৰ খেল
অভিনয় অন্তে ঘোৰ কাল যৱনিকা।"

সুন্দৰৰ আৰাধনাত নিমগ্ন হৈ তেওঁ ক'লৰিজৰ দৰেই অতিলৌকিক বৰ্ণনা দাঙি ধৰিছে।

"মুকলি চুলিৰে নাম গায় ঘূৰি
চাপৰি টুক্ টুক্ টুক্

ৰূপহীৰ মেল দেৱযানীখেল
মানুহে নেদেখা মুখ।"

চন্দ্ৰকুমাৰৰ হাততে আৰম্ভ হোৱা ৰোমাণ্টিক মালিতাই পৰৱৰ্ত্তী লক্ষ্মীনাথ বেজবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালাৰ হাতত প্ৰসাৰ লাভ কৰে। ৰোমাণ্টিক কবিতাৰ অন্তৰ্গত সাহিত্যিক মালিতাৰ লক্ষণাক্ৰান্ত কবিতা দুৰ্গেশ্বৰ শৰ্মা, শৈলধৰ ৰাজখোৱা, নকুলচন্দ্ৰ ভূঞা, বিনন্দচন্দ্ৰ বৰুৱা, সিংহদত্ত দেৱ অধিকাৰীয়েও ৰচনা কৰিছে। "প্ৰণয় বাতৰি", 'ৰঙিলা', 'জয়মতী', 'পাষাণ প্ৰতিমা', 'ৰঙামুৱাবীৰ', 'মালতী', ঠুনকী আদি মালিতাৰ মাজত ইয়াৰ নিদৰ্শন সংৰক্ষিত হৈ আছে।

এহাল মিৰি ডেকা-গাভৰুৰ নিভাঁজ প্ৰেমক লৈ লক্ষ্মীনাথ বেজবৰুৱাই ৰচনা কৰিছে 'ধনবৰ আৰু ৰতনী' আৰু 'ৰতনীৰ বেজাৰ' নামৰ মালিতা দুটি। মালিতা দুটিৰ মাজেৰে কবিগৰাকীয়ে ৰোমাণ্টিক প্ৰেমৰ ধাৰা আৰু বিষাদৰ ৰিনিনি বোৱাইছে। মিৰি জীয়ৰী ষোল বছৰীয়া ৰতনীয়ে ধনশিৰী মুখৰপৰা দেউতাকৰ স'তে উজাই গৈ দিখৌ মুখ পালে। দিখৌমুখৰ ষোল বছৰীয়া ধনবৰৰ ঘৰত কিছুদিন থকাত দুয়োৰে মাজত প্ৰেমৰ উন্মেষ ঘটে। এটা সময়ত ৰতনী দেউতাকৰ স'তে ঘৰলৈ উভতি আহিল। ৰতনীৰ বিচ্ছেদত ধনবৰে ব্ৰহ্মপুত্ৰৰ পাৰত ইনাই বিনাই কান্দি বিয়াকুল হৈ অৱশেষত ব্ৰহ্মপুত্ৰৰ বুকুত আত্মজাহ গ'ল। এয়া হ'ল 'ধনবৰ আৰু ৰতনী'ৰ কাহিনী। আনহাতে পাঁচদিনৰ মূৰত ধনবৰৰ মৃত্যুৰ সংবাদ পাই ৰতনী শোকত ভাগি পৰিছে আৰু মাজৰাতি উঠি শোকৰ বিননি তুলিছে। প্ৰিয়জনক হেৰুৱাবলগীয়া হোৱাত ৰতনীৰ মনত যি বেজাৰৰ সৃষ্টি হৈছে, সেই অনুশোচনাপূৰ্ণ বেজাৰেই 'ৰতনীৰ বেজাৰ'ৰ মূল কথা। প্ৰেম আৰু বিষাদ ৰোমাণ্টিক কবিতাৰ এক উল্লেখযোগ্য বৈশিষ্ট্য। ধনবৰৰ প্ৰেমত ৰতনীৰ প্ৰতি অভিযোগৰ সুৰ স্পষ্ট।

"উজায়ে আহিলে ভাটীৰে ৰতনী
বুকুৰে মাধুৰী লৈ;
ভটীয়াই গ'লে ঐ শাহটো সামৰি
মোলৈ খোলাটো থৈ।
ক'ৰে ঐ ৰতনী, ক'ৰে ঐ শাখিনী
কিনো কুটেশালে তই।



সকলো লুটিলি ধনাইকো বধিলি
কেনেকৈ জী থাকোঁ মই?"

আনন্দচন্দ্ৰ আগৰৱালাৰ 'পানেশই' আৰু 'ফুলকোঁৱৰ' দুটি উল্লেখযোগ্য মালিতা। চহাজীৱনৰ মুখৰ ভাষাৰে ৰচনা কৰা 'ফুলকোঁৱৰ' মালিতাটো কাব্যিক গুণৰ ফালৰপৰা 'পানেশই'তকৈ উচ্চ পৰ্য্যায়ৰ। অলৌকিকতা বিহীন 'পানেশই'ত তাইৰ মনৰ বিষাদ ফুটি উঠিছে। এই বিষাদ তাইৰ মনত সৃষ্টি হোৱা অশ্লীলতাবোধৰ পৰিণতিত সৃষ্টি হৈছে। একে মায়াময় ঘটনাৰে কবিয়ে সজাই তুলিছে 'ফুলকোঁৱৰৰ কাহিনীভাগ। ফুলকোঁৱৰে নিজৰ বাসনা পূৰ্ণ কৰিব পাৰিছে ফুলৰ সহায়ত।

নকুলচন্দ্ৰ ভূঞাৰ 'জয়মতী' কবিতাটোত মালিতাৰ লক্ষণ পৰিস্ফুট হৈছে। জয়মতীৰ কাহিনী সম্বলিত এই মালিতাটোত কবিৰ দেশপ্ৰেমৰ ঢৌ পৰিলক্ষিত হৈছে। বিনন্দচন্দ্ৰ বৰুৱাৰ 'ৰঙামুৱাবীৰ' ঐতিহাসিক যুদ্ধৰ কাহিনীৰ ভিত্তিত গঢ় লৈ উঠিছে। ফুলৰা আৰু চতলা নামৰ সৰু দুখন পাহাৰৰ কাহিনীৰে শৈলধৰ ৰাজখোৱাই ৰচনা কৰিচে 'পাষাণ প্ৰতিমা' নামৰ কবিতাটো, য'ত মালিতাৰ গুণ লক্ষ্য কৰা যায়। মালিতাটোত স্বদেশপ্ৰেমৰ সুৰ নিগৰি ওলাইছে। কবিতাটোৰ শেষত বাজি উঠিছে বিষাদৰ সুৰ।

"উঠা হে ফুলৰা, উঠা হে চতলা, উঠা দেৱবালা স্বৰূপ ধৰি,
পূৰ্ণ হ'ল আজি শতেক বছৰ, আৰু কতকাল থাকিবা পৰি?
গিৰিয়ে শুনালে অতীত কাহিনী, লুইতে শুনালে পাহৰা সুৰ,
যিদিনা এৰিলে শিৰৰ মুকুট, বীৰ প্ৰসবিনী অসমে মোৰ।
নিজান নিতাল শ্মশানত পৰি
সাখী ৰ'ল দুটি অমৰ কুমাৰী,
সাখী ৰ'ল এটি সোণোৱালী তৰা নীলা আকাশৰ পুৱালী কোণত
সাখী ৰ'ল এটি বিষাদৰ ৰেখা অসম-সন্তান সবাৰে প্ৰাণত।"

'ধনবৰ আৰু ৰতনী'ৰ মিৰি ডেকা-গাভৰুহালৰ দৰেই গাৰো ডেকা-গাভৰু লেটি আৰু ঠুনুকীৰ প্ৰণয়ৰ কাহিনীৰে সিংহদত্ত দেৱ অধিকাৰীয়ে ৰচনা কৰিছে 'ঠুনুকী' মালিতা। তেওঁৰ আন এটি মালিতা 'মালতী'ত আছে মালতী

আৰু প্ৰফুল্লৰ প্ৰেমৰ কাহিনী। দুয়োটি মালিতাতে অপূৰণ প্ৰেমৰ শোকাবহ পৰিণতি দাঙি ধৰা হৈছে। গাৰোপাহাৰৰ সংস্কৃতি আৰু জীৱনে চুই গৈছে 'ঠেনুকী'ৰ কাহিনীভাগ।

"লোণ দালি তেল শুকান মঙহ
কেতিয়াবা লগা হ'লে,
কচু জলকীয়া বোজা বান্ধি লই
হাটলৈ সলাব গ'লে।"

দুৰ্গেশ্বৰ শৰ্মাৰ "প্ৰণয় বাতৰি'ত আছে অৰুণ আৰু পমিলা নামৰ এহাল ডেকা-গাভৰুৰ প্ৰণয়ৰ কাহিনী।

"এদিন পাৰতে তাৰ অৰুণ পমিলা
দুয়ো সাজিছিলে মেজি ল'ৰা বয়সত
বয়স হ'লতো দুয়ো তাৰ পাৰতেই
বহিছিল গধূলি পৰত।"

তেওঁৰ 'ৰঙিলী' মালিতাত পুত্ৰহাৰা মাতৃৰ হৃদয়ৰ বেদনাই শোকৰ বিনন্দি তুলিছে। বাঙ্ময় চিত্ৰ আৰু সুৰৰ মূৰ্চ্ছনাৰে কবিতাদুটি সুন্দৰ মালিতা হৈ পৰিছে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'তেজীমলা' মালিতাত সাধুকথাক ব্যঞ্জনাৰ ৰূপেৰে কাহিনীৰ সাজ পিন্ধাই উপস্থাপন কৰাৰ প্ৰয়াস লক্ষ্য কৰা যায়। মানুহৰ জয়গান গোৱা চন্দ্ৰকুমাৰৰ মতে মানুহ স্বাৰ্থপৰ; স্বাৰ্থান্বেষী মানুহৰ সমাজ নিষ্ঠুৰতাৰে পৰিপূৰ্ণ। 'তেজীমলা'ত তাকেই প্ৰতিপন্ন কৰি তেওঁ কৈছে,

"মানুহ কুটুমে দলিয়াই পেলালে
কাকনো কুটুম পালি?
মৰম-ৰেথাৰে আজলী কুৱঁৰী
এটাইকে নিজা কৰিলি!"

তেজীমলাৰ উক্তিৰে কবিয়ে মানুহৰ চৰিত্ৰক বিদ্ৰূপ কৰি কৈছে,

"হাতো নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই;



মানুহে ফুলৰ কি জানে আদৰ?
তেজীমলাহে মই।"

'তেজীমলা'ৰ এই সাঙ্গীতিক লয়ে 'ৰতনীৰ বেজাৰ'তো যেন ভুমুকি মাৰিছে।

"পুৰি গ'ল বৃন্দাবন উৰি গ'ল ছাই
হে উৰি গ'ল ছাই;
ৰতনীৰ ধনাই আৰু এই পৃথিৱীত নাই
হে এই পৃথিৱীত নাই।"

প্ৰকৃতিপ্ৰীতি ৰোমাণ্টিক কবিসকলৰ এক বিশিষ্ট লক্ষণ। মানুহৰ সঙ্গতকৈ প্ৰকৃতিৰ সঙ্গক তেওঁলোকে অধিক মূল্য প্ৰদান কৰে। প্ৰকৃতিৰ স'তে নিবিড় সম্পৰ্ক স্থাপনৰ জৰিয়তেহে মানুহে প্ৰকৃত সুখ লাভ কৰিব পাৰে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। ইয়াত উল্লেখ কৰা মালিতাসমূহত সেইকথা স্পষ্টৰূপত প্ৰকাশ পাইছে। তেজীমলাৰ মানুহৰ প্ৰতি বিশ্বাস হেৰাই গৈছে। সেয়ে 'কেলেই লাগিছে মানুহৰ লগ' বুলি প্ৰতিবাদ জনাই 'তেজীমলা দূৰতে শিপাই পাৰিজাত হই ৰয়।' শান্তিদায়িনী প্ৰকৃতিৰ কোলাত আশ্ৰয় লৈ ধনবৰেও প্ৰেমৰ শোকৰ বহ্নি নুমাবলৈ চেষ্টা কৰিছে; ব্ৰহ্মপুত্ৰৰ বিশাল বুকুত আশ্ৰয় লৈ মানুহৰ নিৰ্দয় হৃদয়ক ভেঙুচালি কৰিছে। কাৰণ ধনবৰৰ দুখীয়া জীৱনলৈ লক্ষ্য ৰাখিয়ে ৰতনীৰ মাকে ধনবৰ আৰু ৰতনীৰ মিলনত বাধা দিছিল। ইয়াৰ বিপৰীতে, অৰ্থাৎ মানুহৰ শ্ৰেণীবৈষম্য অথবা অমানবীয় কাৰ্য্যৰ বিপৰীতে প্ৰকৃতি যথেষ্ট উদাৰ। সেয়ে পাখিত পাখি লগাই বগাকৈ বগলীয়ে আকাশত আনন্দমনে উৰি ফুৰে। ৰোমাণ্টিক কবিতাৰ মানৱীয় প্ৰমূল্যৰ কথা এই ৰোমাণ্টিক কবিসকলে অতি সাৱলীল ভাষাত ব্যক্ত কৰিছে। প্ৰকৃতিৰ প্ৰতি আন্তৰিকতা আৰু মানুহৰ হৃদয়ৰ নিষ্ঠুৰতা 'পানেশই'তো প্ৰকাশ পাইছে। মানুহৰ স্বাৰ্থপৰতাৰ মাজত অতীষ্ঠ হৈ পানেশয়ো অৱশেষত প্ৰকৃতিৰ কোলাত আশ্ৰয় লৈছে। 'জয়মতী কুঁৱৰী; 'মালতী', 'ঠেনুকী'তো প্ৰকাশ পাইছে মানুহৰ নিষ্ঠুৰতা আৰু ধনৰ অহঙ্কাৰ। তেজীমলাৰ দৰে মালতীয়েও পুখুৰীৰ বুকুত ফুল হৈ ফুলি প্ৰকৃতিৰ কোলাতে আশ্ৰয় ল'লে; ঠেনুকীয়ে আশ্ৰয় ল'লে পাহাৰৰ হাবিত। মালতীক কবিয়ে সোঁৱৰাই দিছে,

"মালতী মালতী সংসাৰ নহয়
তোমাৰ আচল ঠাই,

ফুলৰ লগত        ৰোৱা স্বৰগত
কাৰো হাত তাত নাই।

প্ৰকৃতি প্ৰেম আৰু মানৱীয় প্ৰেমৰ ৰোমাণ্টিক সুৰটোৱে 'তেজীমলা'ৰ পৰা আৰম্ভ কৰি আটাইকেইটা মালিতাকে আৱৰি আছে। প্ৰকৃতিৰ উদাৰ হৃদয়ৰ তপত উমৰ সন্ধান দিয়াটোৱেই মালিতা কেইটিৰ উদ্দেশ্য; কাহিনী ইয়াত গৌণ।

'কদমকলি' আৰু 'পদুমকলি' কাব্য-পুথিৰ ৰচয়িতা লক্ষ্মীনাথ বেজবৰুৱাই 'সোণপানীৰে ছপাই-বন্ধাই থবলগীয়া' কবিতা ৰচনা কৰি অসমীয়া কাব্যত ৰমন্যাসৰ প্লাৱন নমালে। মালিতাৰ উপৰিও মনোৰম প্ৰেমৰ কবিতা, খুহুঁটীয়া কবিতা, 'অসম সঙ্গীত'কে ধৰি স্বদেশপ্ৰেমৰ কবিতাৰ মালা গাঁথি থৈ গ'ল। বেজবৰুৱাৰ হাড়ে-হিমজুৱে অসমীয়া হৈ থকাৰ প্ৰবল অভিব্যক্তি প্ৰকাশিত হৈছে কবিতাৰ মাজেদি। স্বদেশপ্ৰীতি আৰু স্বজাতিৰ অনুৰাগেৰে ৰঞ্জিত বেজবৰুৱাৰ কবিতাসমূহে স্বাভাৱিকতেই প্ৰতিজন অসমীয়াৰ হৃদয়ত দেশপ্ৰেমৰ জোৱাৰ তোলে। 'মই বিদেশত থাকিলেও অন্তৰাত্মা গোটেই অসমতে বিয়পি আছে' বুলি গৌৰৱেৰে কোৱা বেজবৰুৱাৰ স্বদেশৰ লগত সম্বন্ধ তেজ-মঙহৰ সম্বন্ধ। বেজবৰুৱাৰ দেশপ্ৰেম কোনো ৰাজনৈতিক মতৰ ওপৰত প্ৰতিষ্ঠিত নহয়। তেওঁৰ স্বদেশপ্ৰেমৰ অনুৰাগেৰে ৰঞ্জিত কবিতা সমূহত দেশ আৰু ব্যক্তিৰ মাজৰ স্বতন্ত্ৰতা নিঃশেষ কৰি একত্ৰীকৰণৰ দুৰ্বাৰ আকাঙ্ক্ষা মূৰ দাঙি উঠে। বেজবৰুৱা এনে এজন দেশপ্ৰেমিক আছিল যিজনাই প্ৰতিজন অসমীয়াৰ প্ৰাণৰ উৎসাহ উদ্দীপনাৰ সোঁত বোৱাই চেতনাৰ সঞ্চাৰ কৰিছিল। ভীৰু অসমীয়াৰ প্ৰতি অভয়ৰ মন্ত্ৰ উচ্চাৰণেৰে তেওঁৰ 'অসম-সঙ্গীত' মুখৰ হৈ আছে। কবিয়ে কৈছে,

"হেৰা অসমীয়া        নোহোৱা দুখীয়া
কিহৰ দুখীয়া হ'বা?
নিজ নাপাহৰি        বিভুক সুঁৱৰি
লাগাচোন সুফল পাবা।
বুৰঞ্জীৰ হ'ব        পুনৰ অভিনয়
জ্ঞান বৃদ্ধসৰে গায়,



লক্ষ্য স্থিৰ ৰাখা        আগবাঢ়ি যোৱা
মানুহ মুৱা হোৱা ভাই।
বাজক দবা        বাজক শঙ্খ
বাজক মৃদং খোল,
অসম আকৌ        উন্নতি পথত
জয় আই অসম বোল।"

ৰমন্যাসবাদৰ এক উল্লেখযোগ্য আশাবাদ কবিতাটোৰ মাজত তিৰ্‌বিৰাই উঠে। সকলো বস্তুৰে ভৰপূৰ অসম। কবিৰ গৌৰৱ পূৰ্ণ কণ্ঠত সেয়ে বাজি উঠিছে,

"আমি অসমীয়া        নহওঁ দুখীয়া
কিহৰ দুখীয়া হ'ম?
সকলো আছিল        সকলো আছে,
নুবুজোঁ নলওঁ গম।"

বিৰিঞ্চকুমাৰ বৰুৱাই কৈছে, "বেজবৰুৱাৰ 'অসম সঙ্গীত' কেৱল বন্দনাৰ স্মৃতি সৌধেই নহয়, ই অসমীয়াৰ বুৰঞ্জী, সংস্কৃতি আৰু সাধনাৰ তাজমহল।" 'বীণ-ব'ৰাগী' কবিতাৰ মাজতো বেজবৰুৱাৰ স্বদেশপ্ৰেমৰ উন্মেষ ঘটিছে। ইয়াতো প্ৰকাশ পাইছে গভীৰ আশাবাদৰ উজ্জ্বল দীপ্তি। সেয়ে তেওঁ কৈছে,

"গা বীণ গা,
অমৃত সঙ্গীত
শুকানে মেলক কুঁহি
প্ৰবাহ ভাগৰ
আঁতৰি পলাওক
মুখত ওলাওক হাঁহি।"

বেজবৰুৱাৰ আশাবাদী মনৰ বোকোচাত উঠি স্বদেশহিতৈষী কাহিনীৰে পৰিপূৰ্ণ হোৱা 'বীণ-ব'ৰাগী'ৰ শেষৰ ফালে তেওঁৰ আধ্যাত্মিক মনৰ পৰিচয় ফুটি উঠিছে। কবিতাটিৰ 'বজা ঐ ব'ৰাগী সংসাৰৰ বিৰাগী', 'সিজন্মৰ সোঁৱৰণি সোঁৱৰাইছে', 'সৰগ-এৰিছা, আকৌ সৰগ পাবাগৈ', 'সদায় নাথাকে প্ৰবাসৰ দুখ' আদি ফাঁকিবোৰত জন্মান্তৰবাদ আৰু আধ্যাত্মিকভাৱৰ গুঞ্জন শুনিবলৈ

পোৱা যায়।

ৰোমাণ্টিক যুগৰ কবি হেমচন্দ্ৰ গোস্বামী, অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাৰ মাজেদিও স্বদেশপ্ৰেমৰ ভাৱধাৰা তীব্ৰগতিৰে বৈ গৈছে। এই স্বদেশচেতনাৰ স'তে জড়িত হৈ আছে গভীৰ আশাবাদ, ব্যথিত হৃদয়ৰ আক্ষেপ আৰু বিপ্লৱৰ হুঙ্কাৰ। দেশ-বিদেশৰ প্ৰগতিৰ চিত্ৰখনিয়ে হেমচন্দ্ৰ গোস্বামীৰ মনত হতাশাৰ সৃষ্টি কৰিছে। এই হতাশা পৰাধীনতাৰ দুখেৰে আবৰা।

"সকলো দেশতে মধ্যাহ্ন আলোক
চোৰাঁ অসমত আজিও নিশা,
সকলো দেশতে বসন্ত হাঁহিছে
চোৰাঁ অসমত ঘোৰ বাৰিষা।"

ভাৰতৰ অধোগতিয়ে কবি গোস্বামীৰ মনত বেদনাৰ সৃষ্টি কৰিলেও কবিয়ে আশাৰ ৰেঙণি দেখিবলৈ পাইছে। সেয়ে তেওঁ দৃঢ় সংকল্পবদ্ধ।

"দুখৰ কোলাত আনি সুখ বহুৱাম,
দুখৰ তেজেৰে আই লেখনী ধুৱাম।
দেখিলে দুখৰ ছায়া,
মাতিম সুখৰ মায়া,
আশাৰ তৰীৰে দুখ-সাগৰ তৰিম,
নিৰ্জীৱ প্ৰাণত ঘূৰি শক্তি সঞ্চাৰিম।"

কবি অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাত স্বদেশপ্ৰেমৰ উৎস নিহিত হৈ আছে। স্বদেশ, সমাজ আৰু মানুহৰ হকে তেওঁ সদায়ে মাত-মাতি গ'ল। তেওঁ কৈছে,

"দেশৰ বিহনে জনম নাই
জনম নহ'লে জীৱন নাই
জীৱন হেৰালে ভগৱান নাই।"

ৰোমাণ্টিক যুগৰ বহু কেইগৰাকী কবিৰ কবিতাত দেশপ্ৰেমৰ গতি লক্ষ্য কৰা যায়। নলিনীবালা দেৱী যাইকৈ ৰহস্যবাদী কবি যদিও দেশপ্ৰেমত উদ্বুদ্ধ



হৈ তেওঁ দেশপ্ৰেমমূলক কবিতাও ৰচনা কৰিছে। তেওঁৰ দেশপ্ৰেমত বিপ্লৱৰ ধ্বনি নাই, হতাশা অথবা আক্ষেপৰ কৰুণ সুৰ নাই; আছে প্ৰশান্তিৰ শীতল গন্ধবাহ। কবিয়ে জনমভূমিৰ প্ৰেমত আপ্লুত হৈ কৈছে,

"তোমাৰ ই ধূলি বালি তোমাৰ আকাশ বায়ু
আই মোৰ স্বৰগৰ বাস,
তুমি মোৰ মৰমৰ পুণ্য মুকুতিৰ ভূমি
তুমি মোৰ তীৰ্থৰ প্ৰভাস।"

'এইখনি অপৰূপা অসম সোণৰ' পৃথিৱীৰ মাজত ক'তো বিচাৰি নোপোৱা নলিনীবালা দেৱীৰ একাংশ কবিতাত দেশবন্দনাৰ সুৰ ধ্বনিত হৈছে।

পদ্মধৰ চলিহাৰ 'স্বদেশপ্ৰেম' এটা উৎকৃষ্ট দেশপ্ৰেমমূলক কবিতা। স্বদেশপ্ৰেমত উদ্বুদ্ধ কবিয়ে কৈছে,

"ধৰে নে জনম কোঁৱে এই মৰতত
শিলাময় কৰি তাৰ হিয়া
'এয়ে মোৰ জন্মভূমি' বুলি মনে মনে
এবাৰো যি কোৱা নাইকিয়া?
আনৰ দেশৰপৰা উলটি আহোঁতে
ফুৰিচাকি ঘৰমুৱা হৈ,
জ্বলা নাই হিয়া যাৰ স্বদেশপ্ৰেমেৰে
আছেনে কোনোবা এনে অই?"

বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীয়ে দেশপ্ৰেমৰ অনুৰাগেৰে এখন শক্তিপূৰ্ণ দেশ আৰু সমাজ গঢ়াৰ পৰিকল্পনা কৰিছে। তাৰবাবে তেওঁ বিচাৰিছে,

"ৰুধিৰাক্ত বলিশাল খড়্গ উঠে নামে,
আৰু লাগে বলি
সশস্ত্ৰ অৰাতি দুৱাৰত উপস্থিত
খোজে গলাগলি
তোৰ বুকু উঠক উতলি।"

জ্যোতিপ্ৰসাদ আছিল বিপ্লৱী কবি। কিন্তু এই বিপ্লৱে ধ্বংস নমাই নানে, নমাই আনে শান্তিৰ, মৈত্ৰীৰ মন্দাকিনী। জ্যোতিপ্ৰসাদে বিপ্লৱৰ গঠনমুখী আৰু প্ৰগতিশীল ভূমিকাত গভীৰ বিশ্বাস ৰাখিছিল আৰু সেয়ে সংকল্প লৈছিল, 'তোৰ আন্ধাৰক নাশিবলৈ, তোৰ বুকুতেই বিপ্লৱী হৈ জাগিম।' তেওঁৰ এই বিপ্লৱৰ আঁৰত আছে দেশ আৰু জনতাৰ প্ৰতি থকা প্ৰেম আৰু দায়িত্ববোধ।

অতুলচন্দ্ৰ হাজৰিকাই মাতৃভূমিৰ স্নেহত আপ্লুত হৈ 'কামৰূপা' কবিতাত দেশমাতৃৰ জয়গান গাই কৈছে,

"জ্ঞানৰূপা কামৰূপা তুমি মাতৃ বিশ্বদীপা
নিবেদিলা পাদ্য অৰ্ঘ্য যোগী যোগেশক,
কামদেৱে পালে ৰূপ ভস্মাচল অপৰূপ
উমাৰ আনন্দলাভ, বিশ্বৰ পুলক।"

হাজৰিকাৰ বাবে দেশমাতৃ 'অসমা সুষমা আই মনোৰমা ৰত্নপীঠ ৰত্নকাৰ।'

অসমৰ যশস্যাৰাশিয়ে কবি বিনন্দচন্দ্ৰ বৰুৱাৰ প্ৰাণত শিহৰণ তুলিছে। তেনে অৱস্থাত অতীতৰ অসমখনক বৰ্ত্তমানৰ অসমৰ লগত তুলনা কৰি 'শ্মশান' কবিতাত কৈছে,

"যেতিয়া সকলো কেঁচুৱা আছিল
গাভৰু আছিল মোৰ ই দেশ
মুনি মনোহৰা আছিল তেতিয়া
পবনেহে যাৰ মেলাই কেশ।"

জাতীয় ভাৱাপন্ন তেওঁৰ কবিতাসমূহত দেশপ্ৰেমৰ সুৰ সুস্পষ্ট। ৰোমাণ্টিক যুগৰ কবিতাত দেশপ্ৰেমৰ সোঁতটোৱে এনেদৰে গতি কৰি এক নিৰ্দিষ্ট প্ৰকৃতি গ্ৰহণ কৰিছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাত প্ৰেমৰ সুৰো প্ৰৱাহিত হৈছে। তেওঁৰ 'মালতী', প্ৰিয়তমাৰ সৌন্দৰ্য্য' উল্লেখযোগ্য প্ৰেমৰ কবিতা। উল্লেখযোগ্য যে ব্যক্তিগত প্ৰেমৰ অভিব্যক্তি ৰোমাণ্টিক কবিতাৰ এক বিশেষ লক্ষণ। বেজবৰুৱাৰ বাবে প্ৰেম হৈছে পৃথিৱীৰ এক চালিকা শক্তি। সেয়ে তেওঁ কৈছে,

"প্ৰেমত ঘূৰিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল।"



কবিৰ প্ৰেমে কোনোবা মানসীৰ ওচৰত মৰম বিচাৰি গতি কৰিছে ব্যাকুলভাৱে।

"তোমাকেই দিনে-ৰাতি ফুৰোঁ মই দেখি
তোমাকেহে ভালপাওঁ মৰমৰ সখী।"

মানস প্ৰিয়াৰ সৌন্দৰ্য্য উপলব্ধি কৰি বেজবৰুৱাই সংকল্প লৈছে,

"চাম মই মালতীক ওৰে জীৱন জুৰি
থ'ম মোৰ বুকুতে বান্ধি;
মালতীৰ হাঁহিতে হাঁহিটি মিলাই মই
থাকিম কান্দোনতে কান্দি।"

তেওঁৰ 'মালতী' সাধাৰণ নহয়; 'নুশুঙা ফুলটিৰ নুফুলা কলিটিৰ মালতীত তুলনা পায়'। বেজবৰুৱাই প্ৰেমিকৰ হিয়া আৰু প্ৰেমৰ স্বৰূপ উপলব্ধি কৰি যেন 'ভ্ৰম'ত পৰিছে। সেয়ে কৈছে,

"নহয় পুখুৰী, প্ৰেমিকৰ হিয়া;
পানী নহয়, প্ৰেম ৰস।
নৈ নহয়, ঠিক প্ৰেমৰ প্ৰৱাহ,
বিচাৰি প্ৰেম বিবশ।"

বেজবৰুৱা আছিল সম্পূৰ্ণৰূপে এজন ৰোমাণ্টিকধৰ্মী কবি। ৰোমাণ্টিকতাৰ অন্যতম লক্ষণ সৌন্দৰ্য্যবোধৰ উত্তাল তৰঙ্গত বেজবৰুৱাৰ প্ৰেমৰ কবিতাসমূহে নাচি-বাগি ফুৰিছে। সেইদৰে কল্পনাৰ স্ফুৰণেও বেজবৰুৱাৰ কবিতাসমূহক ৰোমাণ্টিকধৰ্মী কৰি তুলিছে। ৰোমাণ্টিকধৰ্মী কবি হিচাপে বেজবৰুৱা শ্যেলী, কীটছ্ আদি ইংৰাজ কবিসকলৰ ওচৰচপা বিধৰ। বেজবৰুৱাই নিজেই স্বীকাৰ কৰিছে, "মোৰ মনৰ বহল পথাৰখন বাইৰণৰ কবিতাই কোমলালে, শ্যেলীৰ কবিতাই হাল বালে, কীট্‌ছৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰৰ কবিতাই এনে কৰিলে যে তাত লাহী ধানৰ কঠীয়াৰটো কথাই নাই, বিহমনা কোটকৰা, পথৰুৱা বিহ্‌লঙনি আৰু চোৰাতকে আদি কৰি যিহৰে গুটি হওক পৰিলেই সিয়েই ভৰভৰ কৰি গজি 'মোক চা' 'মোক চা' কৈ উঠিব।" ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত, 'দৰাচলতে বেজবৰুৱাৰ প্ৰকৃত কবিমানসত সৃষ্টি হোৱা ৰসসঞ্চাৰী কবিতাখিনি ইংৰাজ কবি চেম্পিয়ন (Campion), হেৰিক (Herick), বাৰ্ণছ

(Barns), ৱৰ্ডছৱৰ্থ (Wordsworth), শ্যেলী (Shelly) আদিৰ কবিতাৰ ভাৱ আৰু চিত্ৰক আত্মগত কৰি বুকুৰ উম দি, অসমীয়া পৰিৱেশত দ্বিজত্ব দান কৰি প্ৰকাশ কৰিছে।"[৩] অৱশ্যে বেজবৰুৱাৰ কাব্যত প্ৰেমৰ যি বৰ্ণনা পোৱা যায় সি ভাৰতীয় দৰ্শনৰ আৱৰণেৰে পৰিবেষ্টিত। তথাপিও শ্যেলীৰ প্ৰেমৰ সৰ্বাত্মক ৰূপ তেওঁৰ কবিতাত যেন প্ৰতিফলিত হৈছে। 'প্ৰিয়তমাৰ সৌন্দৰ্য্য'ত 'কেলৈ লাগিছে সেন্দূৰীয়া গাল, ফৰিং প্ৰেমৰ জুই' বুলি কৈ বেজবৰুৱাই প্ৰিয়তমাৰ পৰা শাশ্বত প্ৰেমেৰে পৰিপূৰ্ণ হিয়াহে কামনা কৰিছে।।

"নেলাগে সুন্দৰী মন প্ৰাণহাৰী
দিয়া মোক এনে হিয়া,
যি হিয়াত মজি মোৰ এই প্ৰাণ
হৈ যায় নাইকিয়া।"

ৰোমাণ্টিক কবিসকল সপোনবিভোৰ। বেজবৰুৱাই 'প্ৰিয়তমাৰ সৌন্দৰ্য্য'ৰ মাজেদি তেওঁৰ সপোনবিভোৰ মনটোৰ পৰিচয় দিছে। কবিতাটোৱে কবি জৰ্জ ডাৰ্লিৰ কবিতাৰ শাৰীলৈ মনত পেলায়। বেজবৰুৱাই বিশ্বাস কৰিছিল, 'যি প্ৰেমৰ লৰচৰ, সি প্ৰেম নহয়'। প্ৰেমত নিমজ্জিত কবিৰ মন প্ৰেমতেই অচল-অটল হৈ থাকিব বিচাৰে। কাব্যৰ মাজেদি প্ৰেমৰ গভীৰতা প্ৰকাশ কৰা কবিয়ে কৈছে,

"কোমল অন্তৰ প্ৰেমময় মন
কোমল জুৰ হৃদয়,
দিয়া য'ত দিনে ৰাতি মোৰ মন
অচল-অটল ৰয়।"

'প্ৰিয়তমা' কবিতাত প্ৰকৃতি জগতৰ সকলো সৌন্দৰ্য্য সন্মিলিত হৈছে তেওঁৰ প্ৰিয়াৰ ৰূপত। ৰোমাণ্টিক কবি হিচাপে বেজবৰুৱাৰ সৌন্দৰ্য্যবোধেও ধৰা দিছেহি তেওঁৰ প্ৰিয়াৰ মাজত। সেয়ে কবিয়ে গৌৰৱেৰে কৈছে,

"প্ৰেমৰ পুতলা চেনেহ প্ৰতিমা
কোন খনিকৰে কৰে
যেয়েবা কৰক সেইটী প্ৰতিমা
এই চোৱা মোৰ ঘৰে।"

৩. অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ ঃ ৩৩৩



কবিৰ নৈসৰ্গিক উপলব্ধিৰ অন্তৰালত আছে প্ৰেমৰ অফুৰন্ত উপস্থিতি, যাৰ ফলত তেওঁ ক'ব পাৰিছে,

"কোনে ক'লে সেয়া বাঁহী বাজে বুলি?
বনদেৱী গীত গায়;
শেৱালিৰ মালা নহয় এইধাৰ
তৰাৰে গুথিছে হায়!"

কবিয়ে প্ৰেমৰ প্ৰেৰণা লাভ কৰিছে প্ৰকৃতিৰপৰা। এয়া তেনেই স্বাভাৱিক এগৰাকী ৰোমাণ্টিক কবিৰ বাবে। হৰিণা-হৰিণী, ভাটৌ-ভাটৌৱনী, ভোমোৰা সকলো প্ৰেমত মতলীয়া হোৱা দেখি 'চুমাখাই কাৰো তত্ নাই, মই বা নেখাম কিয়' বুলি কবিয়ে প্ৰেমৰ অধিকাৰ সাব্যস্ত কৰিব খুজিছে। বেজবৰুৱাই জানিছিল যে 'জীৱনটো যদিও দুদিনীয়া, প্ৰেম কিন্তু ঠিক যুগমীয়া'। লগতে এইটোও অনুভৱ কৰিছিল যে প্ৰেমৰ শক্তি অপৰিসীম। এই প্ৰেম 'সংজ্ঞাৰ অতীত শক্তি, বিশ্বব্যাপী কায়,' প্ৰেমৰ মাহাত্ম্য উপলব্ধি কৰি তেওঁ কৈছে,

"মৰু বুৰে, শিল পমে, বিন্দুৰ পৰশে
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।"

বেজবৰুৱাৰ প্ৰেমে এটা সময়ত ভগৱৎ প্ৰেমত সিক্ত হৈ ভক্তিমাৰ্গৰ পথ অনুসৰণ কৰিছে। ফলত সৃষ্টি হৈছে 'মহাপ্ৰয়াণৰ যাত্ৰী', 'তৰা', 'অৱশেষ', 'ঈশ্বৰ আৰু ভকত' আদি কবিতাৰ। মহাপ্ৰয়াণৰ যাত্ৰাৰ কালতো কবিৰ একমাত্ৰ সাৰথি 'ভকতিৰ জোলোঙা এটি'। কবিৰ প্ৰেমপূৰ্ণ উপদেশ হ'ল,

"পূৰোৱা প্ৰেমেৰে হেৰা হৃদয় তোমাৰ,
মানুহক, ঈশ্বৰক দিয়া উপহাৰ।"

'শোকৰ সঙ্গীত সিটি বিষাদৰ সুৰ, আতুৰৰ হুমুনিয়া লোতক চকুৰ' বুলি কবিতাৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ গৈ পিছমুহূৰ্ত্তে বেজবৰুৱাই ৰোমাণ্টিক উচ্ছ্বাসেৰে 'কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত' বুলি স্থিৰ সিদ্ধান্তত উপনীত হৈছে।

ৰোমাণ্টিক কবিতাত মানৱ-হৃদয়ৰ সকলো অনুভূতিয়েই প্ৰকাশ পাইছে। এই ক্ষেত্ৰত প্ৰেমে বিশেষ স্থান অধিকাৰ কৰিছে বুলি ক'ব পাৰি। প্ৰেম যে

কেৱল ৰোমাণ্টিক যুগৰ বিশেষ ধাৰাটোৰে এক প্ৰভাৱশালী উপাদান সেয়া নহয়। দেশ-বিদেশ-সকলোতে সাহিত্যৰ এটা প্ৰধান বিষয় হিচাপে প্ৰেমে স্থান লাভ কৰিছে। এই প্ৰেমৰ স'তে দেহ, মন, আত্মা আৰু ভক্তিৰ এক গাঢ় সম্বন্ধ আছে। অসমীয়া বৈষ্ণৱ সাহিত্য আৰু আন ধৰ্মীয় সাহিত্যত প্ৰেমৰ সম্পৰ্ক ঘাইকৈ ভক্তিৰ স'তে। সাময়িক গতি আৰু প্ৰকৃতি, লগতে ৰুচিৰ পৰিৱৰ্তনৰ স'তে তাল মিলাই প্ৰেমৰ অভিব্যক্তিও ভিন্ন ধৰণৰ হৈ পৰিছে। ৰমন্যাসিক কবিতাত কবিসকলে প্ৰেমক ঘাইকৈ দেহ-মনৰ লগত সাঙুৰি লৈছে যদিও কোনো কোনো কবিৰ ক্ষেত্ৰত এই প্ৰেম ঐশ্বৰিক প্ৰেমলৈ উন্নীত হৈ পৰমজনৰ ফালে ধাৱমান হৈছে। ফলত কবিসকল হৈ পৰিছে পৰমজনৰ সন্ধানত ব্যাকুল হোৱা অতীন্দ্ৰিয়বাদী কবি।

ৰোমাণ্টিক যুগৰ কবি হেমচন্দ্ৰ গোস্বামী, যতীন্দ্ৰনাথ দুৱৰা, গণেশ গগৈ, ৰত্নকান্ত বৰকাকতী আৰু দেৱকান্ত বৰুৱাৰ কবিতাত দেহ আৰু মনৰ স'তে সম্পৰ্কিত প্ৰেমৰ ছবি দেখিবলৈ পোৱা যায়। প্ৰেমৰ কবিতা ৰচনাত তেওঁলোকে বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। ছন্দৰ নৱ-অন্বেষণেৰে ৰোমাণ্টিক কবিতা উদ্বেলিত। এইফালৰপৰা অসমীয়া কবিতাত চনেটৰ আৱিৰ্ভাৱ এক উল্লেখযোগ্য ঘটনা। এই ক্ষেত্ৰত স্মৰণীয় কবিগৰাকী হ'ল হেমচন্দ্ৰ গোস্বামী। তেওঁ ৰচনা কৰা 'প্ৰিয়তমাৰ চিঠি' কবিতাটোৱেই হ'ল প্ৰথম অসমীয়া চনেট। প্ৰেমৰ কমনীয় ৰূপটো কবিগৰাকীৰ দৃষ্টিত ধৰা পৰিছে।

"তোমাৰ চিঠিয়ে, প্ৰিয়ে, জানে কি মোহিনী,
যত শুঙো, চুমা খাওঁ, নালাগে আমনি,
হৃদয়ত হেঁপাহৰ ভোটাতৰা জ্বলে।"

প্ৰকৃতিৰ কাৰু-কাৰ্য্যৰ মাজতো প্ৰেমৰ নিদৰ্শন লক্ষ্য কৰি কৱিয়ে নিজেও তেনে প্ৰেমৰ মাজত বিলীন হৈ যোৱাৰ কল্পনা কৰিছে। পদুম পাহিক টৌবোৰে আৱৰি লৈ যেন প্ৰেমহে কৰিছে। কবিয়ে ভাবে,

"ময়ো যেন তেনেকৈয়ে
চুমা এটি খাম?
আলফুল কৰি যেন বুকুত শুৱাই



টোপনিতে লালকাল মুখখনি চাম।"

হেমচন্দ্ৰ গোস্বামীয়ে প্ৰেমৰ ব্যৰ্থতাত জৰ্জৰিত হৈ 'কাকো আৰু হিয়া নিবিলাওঁ' বুলি যেন অঙ্গীকাৰ কৰিছে। কবিয়ে উপলব্ধি কৰিছে প্ৰেমৰ দুদিনীয়া স্বৰূপটো।

"থাকোঁতে থাকোঁতে হায়
বুকুত ছবিটি নাই,
কান্দিলে বুকুৰে হাওঁ হাওঁ
অনেক বিচাৰি চালো
নেপায় শপত খালোঁ
কাকো আৰু হিয়া নিবিলাওঁ।"

"বনফুল'ৰ কবি যতীন্দ্ৰনাথ দুৱৰাৰ প্ৰেমৰ অভিলাষে জন্ম দিলে সুতীব্ৰ অভিমানৰ, যাৰ বাবে তেওঁ বিদ্ৰূপৰ সুৰ সানি লৈছে,

"মানুহৰ ভালপোৱা? আছে যদি থ'ক
নাই তাত মোৰ প্ৰয়োজন।"

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত প্ৰেমেই প্ৰাধান্য লাভ কৰিছে। প্ৰেমৰ বাবেই জীৱনৰ আগলিকালত কবি আছিল আশাবাদী। কিন্তু প্ৰেমৰ ব্যৰ্থতাৰ বাবেই তেওঁৰ কবিতাত বাজি উঠিছে বিষাদৰ তথা নিৰাশাৰ নিৰৱছিন্ন সুৰ। আশাবাদী কবিয়ে প্ৰেমৰ সপোন দেখিছিল আৰু জীৱনৰ সুখৰ সঙ্গীত জুৰি আত্মতৃপ্তি লাভ কৰিছিল। কবিয়ে প্ৰেমৰ ব্যৰ্থতাক নতশিৰে মানি লৈছে। তাৰবাবে তেওঁ চাঞ্চল্য প্ৰকাশ কৰা নাই অথবা বিদ্ৰোহো কৰা নাই। কবিৰ প্ৰেম ধীৰ, স্থিৰ। কবিৰ প্ৰেয়সী তেওঁৰ ওচৰৰপৰা আঁতৰি গ'লেও কবিয়ে সেই প্ৰথম প্ৰেমৰ কোমল স্মৃতি মনৰ মাজত যুগমীয়া কৰি সাঁচি ৰাখিছে। তেওঁৰ বাবে প্ৰেয়সী আছিল 'প্ৰাণৰ প্ৰতিমা'। ব্যৰ্থপ্ৰেমৰ কাৰুণ্যময় পৰিস্থিতিকো মানি লৈ তেওঁ 'হাঁহি মুখে মাগিলোঁ মেলানি' বুলি কৈছে।

দুৱৰাৰ প্ৰেমৰ আদৰ্শ অধিক প্ৰকটৰূপত ফুটি উঠিছে তেওঁৰ 'বিদায়', 'নাৱৰীয়া (ক)', 'নাৱৰীয়া (খ)', 'পাহৰা সুৰ', 'তোমালৈ', 'তেন্তে', 'বিশ্বাসৰ সমুলি বিনাশ', 'মিলন', 'সুখৰ সপোন', 'চকুলো' আৰু 'হেৰোৱা সপোন' নামৰ কবিতাকেইটিত। দুৱৰা প্ৰেমৰ পূজাৰী। পাৰ্থিৱ প্ৰেমৰ উপাসনা কৰি থাকোঁতে

নিকৰুণ বাস্তৱে যেতিয়া কবিক আমনি দিয়ে, তেতিয়া বিশ্বৰ সৌন্দৰ্য্যৰ মাজত নিজকে বিলীন কৰি আত্মগোপন কৰিব খোজে। দুৱৰাই সকলো অলীক আৰু দুদিনীয়া বুলি ক'লেও প্ৰেমক চিৰন্তন বুলি অভিহিত কৰিছে।

"মিছাতে বেজাৰ কিয় প্ৰেমৰ পোহৰ
একেৰাহে জ্বলিব সদায়।"

দুৱৰাই তেওঁৰ হৃদয়ৰ প্ৰেমৰ বিশালতাৰ পৰিচয় দিছে এনেদৰে,

"সাগৰত আছে মুকুতাৰ ৰাশি
সৰগত জ্বলে তৰা,
মৰততো মোৰ এই হিয়াখনি
অতুল প্ৰেমেৰে ভৰা।"

দুৱৰাৰ 'বনফুল' কাব্যৰ মাজেদি প্ৰৱাহিত হোৱা প্ৰেম 'বনফুল' কাব্যতেই ৰুদ্ধ হৈছে। দুৱৰাই কৈছে,

"সংসাৰৰ লীলাখেলা সামৰি সুতৰি থ'ই
হাঁহিমুখে কৰিম প্ৰয়াণ,
অতদিনে বই অহা প্ৰেমৰ কবিতা ধাৰা
সেইদিনা হ'ব অৱসান।"

প্ৰকৃততে দুৱৰাৰ প্ৰেম অন্তত অনন্ত সৌন্দৰ্য্যৰ ফালে আগবাঢ়ি গৈছে। সংসাৰৰ মানৱৰ প্ৰেমত ব্যৰ্থ হৈ দুৱৰাই নিজৰ পৰিচয়ত শূন্যতাহে বিচাৰি পাইছে আৰু সেই শূন্যতাৰপৰা হাত সাৰিবৰ বাবে তেওঁ আশ্ৰয় লৈছে বিস্মৰণৰ।

দুৱৰাৰ দৰে ৰত্নকান্ত বৰকাকতীৰো প্ৰেম আৰু সৌন্দৰ্য্যই আছিল তেওঁৰ কবিতাৰ বিষয়বস্তু। 'শেৱালী'ৰ কবিজনাৰ প্ৰেম শেষত একত কেন্দ্ৰীভূত হৈ দুৱৰাৰ দৰে কাব্য-কাননত সিঁচি থৈ যায় 'নিৰাশ প্ৰেমৰে ৰাঙলী ফুল'। ৰোমাণ্টিক যুগৰ ইংৰাজ কবিসকল আৰু ৰবীন্দ্ৰনাথ আৰু আন বঙ্গীয় কবিসকলৰ লগত তেওঁৰ চিন্তাই সমন্বয় স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। বৰকাকতীৰ প্ৰেম মন 'ৰঙাই-ৰোলাই অবুজ ৰেখাৰ জাল' সৃষ্টি কৰা ঐহিক প্ৰেম। 'শেৱালী'ৰ মাজেদি প্ৰকাশ পোৱা প্ৰেমৰ সুৰটোৱে সেই কথাকে প্ৰতিপন্ন কৰে। বৰকাকতীৰ কবিতাত যিদৰে প্ৰেমৰ কথা বৰ্ণিত হৈছে, সেইদৰে পৌৰাণিক, ঐতিহাসিক



কথা তথা কবি আৰু কাব্য সম্বন্ধীয় কথাও প্ৰকাশ পাইছে। শোকৰ কবিতা ৰচি জীৱনৰ সমস্যাসমূহৰ প্ৰতিও তেওঁ দৃষ্টি নিক্ষেপ কৰিছে। তদুপৰি তেওঁৰ বেছিভাগ কবিতাতে দাৰ্শনিক ভাৱৰ উন্মেষ ঘটা দেখা যায়।

অসমীয়া ৰোমাণ্টিক কবিতাত যিগৰাকী কবিৰ প্ৰেমৰ পাপৰি উভৈনদী হৈ সিঁচৰতি হৈ আছে, সেইগৰাকীয়ে হৈছে প্ৰেমৰ পূজাৰী গণেশ গগৈ। কবি গগৈয়ে 'প্ৰেমৰ কাষত জগতখনেই যাউতিযুগীয়া অলকাপুৰ' বুলি অনুভৱ কৰিছে। আধুনিক অসমীয়া কাব্য-সাহিত্যৰ বিশাল আকাশত 'স্বপ্নৰ মাজত বহি সপোন' ৰচনা কৰা কবি গণেশ গগৈৰ কবিতা ঘাইকৈ ব্যক্তিগত প্ৰেমৰ অনুৰাগেৰে ৰঞ্জিত। বিলত পদুমৰ পাহিয়ে তিৰবিৰাওতেই কোনোবা দেৱবালাৰ গীতৰ শুৱলা তানে কবিৰ মন-প্ৰাণ বিয়াকুল কৰিলে। তেতিয়াই কবিয়ে দেখিবলৈ পালে সেন্দূৰীয়া সপোনৰ অনন্ত মাধুৰী ভৰা গুটি গুটি মাণিকৰ মিল; শুনিবলৈ পালে বসন্তৰ বা'লৈ বকুল বনত গোৱা কোকিলৰ অনাবিল কণ্ঠৰ সুৰ। এটা কথা মন কৰিবলগীয়া যে প্ৰেমৰ আনন্দেৰে বুকু ভৰি থকাতকৈ প্ৰেমৰ বেদনাইহে তেওঁৰ হৃদয় কৰণি আগুৰি আছে। তথাপি প্ৰেমত তেওঁৰ অটল বিশ্বাস।

"কলিজাৰ ৰঙা তেজ নাযায় শুকাই সখি
দুপৰীয়া সুৰুযৰ প্ৰখৰ ৰ'দত,
তগৰে পেলায় কলি, ফুলাত নিদিয়ে বাধা
যদিওবা যায় ঢলি ফুলৰ ভৰত।"

প্ৰেমৰ কবি হিচাপে গণেশ গগৈক ইংৰাজ কবি কীট্‌ছৰে সৈতে তুলনা কৰিব পাৰি। 'অকলে আপোনমনে বহি নিৰলাত ৰচোঁ মই জীৱনৰ গান' বুলি নিজ কবি-প্ৰকৃতিৰ পৰিচয় দাঙি ধৰা যতীন্দ্ৰনাথ দুৱৰাৰ দৰেই প্ৰেমিক কবি গণেশ গগৈয়েও সিদ্ধান্ত লৈছে,

"নিজানত বহি তাতে অন্তৰ বেদীত মোৰ
নিৰাকাৰ কিবা এটি এনেয়ে পূজিম,
তুলসী অশুচি হ'ল অশুচি দুবৰি বন,
চিৰব্যৰ্থ জীৱনৰ ৰঙা জবা দিম।"

গণেশ গগৈয়ে জীৱনৰ ৰঙা জবা দি প্ৰেমৰ উপাসনা কৰে। কবিগুৰু

ৰবীন্দ্ৰনাথে কৈছে,

"আশা দিয়ে ভাষা দিয়ে
তাহে ভালোবাসা দিয়ে
গড়ে তুলি মানসী প্ৰতিমা।"

গগৈয়ে প্ৰেমৰ সম্ভোগৰ পিছতেই বিৰহক আকোঁৱালি লৈছে হেলাৰঙে। 'কেতিয়াবা বেজাৰত ভগ্ন পৰাণত জ্বলাই শোকৰ জুই নিজে দগ্ধ হওঁ' বুলি কৈ কবিয়ে বিৰহৰ অগনিক আলিঙ্গন কৰিছে। এইখিনিতেই দেৱকান্ত বৰুৱাৰ লগত গগৈৰ পাৰ্থক্য। দেৱকান্ত বৰুৱাই 'প্ৰেম অন্ধ' কথাষাৰৰ বিৰুদ্ধে বিদ্ৰোহ সূচনা কৰিছে। কবি প্ৰেমত নিমজ্জিত হোৱাটো এক স্বাভাৱিক কথা। সেয়ে মানৱীয় গুণৰ ওপৰত গুৰুত্ব আৰোপ কৰি তেওঁ স্পষ্ট কৰি দিছে,

"ময়ো যে মানুহ সখি মোৰো সেই একে প্ৰাণ
মোৰোতো প্ৰাণত বাজে দ্বাপৰৰ গান।"

গণেশ গগৈয়ে প্ৰণয়ৰ সুৰেৰে উদ্বেলিত হৈ যৌৱনৰ পূৰ্ণ অৰ্ঘ্য প্ৰিয়ালৈ উপহাৰ হিচাপে আগবঢ়াই প্ৰেমৰ জয়গান গাইছে। তমসাৰে ভৰা বিনিদ্ৰ নিশা দূৰ নীলিমাত তৰা লেখি লেখি কবিয়ে মৃত্যুক সাৰটি ল'লে যদিও কবিতাৰ মাজতেই 'বৈ গ'ল অৱশেষ অমিয়া জোকাৰ'।

গণেশ গগৈৰ প্ৰেমৰ প্ৰকাশে ঘাইকৈ তেওঁৰ প্ৰকাশভঙ্গী, শব্দ-চাতুৰ্য্য আৰু ছন্দধ্বনিৰ অনুপম সমন্বয়ৰ গুণত মধুৰতা লাভ কৰিছে । ইংৰাজ কবি কীট্ছক কোৱা হয়, 'A love of fine phrases' বুলি। কবি গণেশ গগৈৰ ক্ষেত্ৰতো এই কথাকে ক'ব পাৰি।

অসমীয়া কবিতাত ৰোমাণ্টিক ভাৱাদৰ্শ অধিক ঘণীভূত হৈছে দেৱকান্ত বৰুৱাৰ কবিতাৰ যোগেদি। নবন্যাসৰ ৰ'দ কাঁচলিত অৱগাহন কৰি যুগসন্ধিৰ কবি হিচাপে পৰিচিত হোৱা দেৱকান্ত বৰুৱাৰ কাব্যপুথি 'সাগৰ দেখিছা'ৰ মাজেদি চঞ্চল গতিৰে বৈ আহিছে ৰোমাণ্টিক ধাৰা। সাগৰ নেদেখা এইজনা কবিয়ে কাব্যৰ মাজত সৃষ্টি কৰিছে ভালপোৱাৰ সীমাহীন সমুদ্ৰৰ। ইংৰাজ কবি ক'লৰিজে "All thoughts, all passions, all delights
Whatever stirs this mortal frame,
All are but ministers of love
And fed his sacred flame."



বুলি প্ৰেৰণাৰ উৎস হিচাপে জয়গান গোৱা প্ৰেমেই দেৱকান্ত বৰুৱাক এজন কবিত পৰিণত কৰিলে বুলি ক'লেও বঢ়াই কোৱা নহয়। দেৱকান্ত বৰুৱা ব্যক্তিকেন্দ্ৰিক কবি। তেওঁৰ প্ৰতিটো কবিতাৰ দেহৰ ভাঁজত নিহিত হৈ আছে ভালপোৱাৰ ভাৱাবেগ। জীৱনৰ আদিম পুৱাতে তেওঁৰ প্ৰেমৰ উন্মেষ ঘটিছে। কোনোবা ঊৰ্বশীয়ে কবিৰ যৌৱনাকাশত দেখা দিয়াৰ লগে লগেই বেদনাৰ কুহেলিকা আঁতৰিল; উদ্ভাসিত হ'ল 'তৃপ্তি-মেঘৰ-ধৱল পাল'। কবিয়ে অনুভৱ কৰিলে প্ৰেমৰ শীতল পৰশ। তেনে অৱস্থাত কবিয়ে মুক্তকণ্ঠে স্বীকাৰ কৰিলে,

"জীৱন ৰঙেৰে কৰিলা দীপ্ত, আনিলা হিয়াত স্নেহৰ বান।
অগ্নি-বীণাত ফুলৰ ভাষা।
ধুমুহা-পখীৰ শান্তি আশা।
তপ্ত হিয়াত উৰিল কবিৰ তৃপ্তি-মেঘৰ ধৱল পাল,
নতুন প্ৰেমৰ লাজুক দৃষ্টি,
আৱেগত তাৰ জাগিল সৃষ্টি,
প্ৰথম পুৱাৰ হিৰণ-বৰণ অৰুণ-কিৰণ ইন্দ্ৰজাল।"

প্ৰেমৰ আৱেগত কবি ৰোমাঞ্চিত হৈছে। 'সহজ প্ৰভাৱে আজি নাশিবা তিমিৰ তুমি, অন্ধকাৰ মোৰ জগতৰ' বুলি কবিয়ে আশাৰ সাগৰত উটি-ভাঁহি ফুৰিছে যদিও প্ৰেমৰ মায়াৰে মৰমী ৰূপহীক আৱৰি ৰাখিব পৰা নাই। কবিয়ে বিচাৰে দুখৰ বোকাৰে পূৰ্ণ পৃথিৱীত হৃদয়ৰ ৰক্তিম শোণিতেৰে সিক্ত জয় পৰা মালতীৰে গৌৰৱৰ মালা গাঁথি মিলনৰ সোণবৰণীয়া কাৰেং সাজিবলৈ। 'তুমি নুবুজিবা সখি' বুলি কবিয়ে প্ৰেমৰ ক্ষেত্ৰত হৃদয়ত ওপজা আত্মপ্ৰত্যয়ৰ চিনাকি দিছে। ক্ষণিকৰ আলোকতে তেওঁ বিচাৰি পাইছে আনন্দৰ পূৰ্ণতা। কাৰণ, কবিয়ে বুজি পায়,

"ষষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীক বিসৰ্জো আমি বিজয়াৰ
বিফল সন্ধ্যাত।"

ষষ্ঠীত প্ৰতিষ্ঠা কৰা দেৱীৰ দৰেই কলংপাৰত মাজনিশা তেওঁ লাহৰিক বিদায় সম্ভাষণ জনাইছে। কবিৰ ভালপোৱা, দোষ, গুণ সকলো বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যাব যদিও তাৰবাবে তেওঁৰ কোনো খেদ নাই। কাৰণ, কবিৰ অন্তৰ এক বিশেষ আত্মগৰিমাৰে পৰিপূৰ্ণ হৈ আছে। গৌৰৱত উচ্ছ্বাসিত হৈ তেওঁ কৈছে,

"প্ৰথম জগালোঁ ময়ে তন্দ্ৰালসা গাভৰুক মনোৰমা!
হিয়াৰ তোমাৰ।"

কবিতা ফাঁকিয়ে ৰবাৰ্ট ব্ৰাউনিঙৰ সেই আত্মম্ভৰিতালৈ মনত পেলায়।

"And heaven just prove that I and she
Ride, ride together, forever ride."

ড° মহেশ্বৰ নেওগে কৈছে, "দুটি-এটি কবিতাত ৰত্নকান্ত বৰকাকতীৰ ছন্দৰ মৃদু প্ৰভাৱেৰে আৰম্ভ কৰি ৰবাৰ্ট ব্ৰাউনিঙৰ ড্ৰেমেটিক মনোলগ্ বা নাটকীয় নিৰ্জনোক্তিৰ ৰূপ আৰু গদ্যৰ সমীপৱৰ্ত্তী কাব্যশৈলী গ্ৰহণ কৰি দেৱকান্ত বৰুৱাই ৰোমাণ্টিক প্ৰেমৰ কবিতাত এটি অভিনৱ ভংগী প্ৰয়োগ কৰিলে, তাক যেন নতুন এক জীৱন দান কৰিলে।"[৪]

কলংপাৰত বহি কবি দেৱকান্ত বৰুৱাই অলেখ সপোন ৰচিছে। তেওঁৰ কবিপ্ৰতিভাৰ বিকাশত প্ৰিয়াৰ লগতে কলংখনিৰো অৰিহণা অনন্য। সোণাৰুৰ সোণালী যৌৱনে কবিকো যৌৱনৰ মাদকতা অনুভৱ কৰাইছে যদিও তেওঁ সংশয়ত ভুগিছে। কাৰণ,

"আমাক পাহৰি যাব অনাগত ভৱিষ্যই, মানুহৰ
মিছা ইতিহাসে,
আমাক পাহৰি যাব প্ৰভাতৰ পুবেৰুণে, সন্ধিয়াৰ
সুন্দৰ আকাশে।"

কবিৰ বাবে আনটো সত্য হৈছে প্ৰিয়াৰ প্ৰেম। প্ৰিয়াৰ প্ৰেমৰ প্ৰতি ইমান গভীৰ বিশ্বাস আৰু আস্থা আন কোনো অসমীয়া কবিৰ কবিতাত দেখিবলৈ পোৱা নাযায়। তেওঁৰ ভালপোৱাৰ আৱেগে সমগ্ৰ অসমীয়া কাব্য-সাহিত্যকে ৰোমাঞ্চিত কৰিছে।

বৰ্ণনাত্মক খণ্ডকবিতা আৰু চনেট ৰচনাত সফলতা লাভ কৰা পদ্মনাথ গোহাঞিবৰুৱাৰ 'লীলাকাব্য' আৰু 'জুৰণি' নামৰ দুখন কবিতাৰ পুথি পোৱা যায়। প্ৰথমখনত ঘৰুৱা তথা ব্যক্তিগত জীৱনৰ চিত্ৰ প্ৰতিফলিত হৈছে। সেইদৰে ৰোমাণ্টিক কবিতাৰ প্ৰকৃতি-প্ৰীতি ৰক্ষা কৰি প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনায়ো কবিতাৰ মাজত ঠাই পাইছে। তেওঁৰ কবিতাত সংযত কল্পনাৰ স্ফূৰণ

৪ পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ২৭৯



ঘটিছে যদিও মাজে মাজে সেই কল্পনা স্বাভাৱিক নহয় যেন লাগে। তথাপি তেওঁৰ কবিতাৰ মাজত অনুভূতিৰ বাঙ্ময় ৰূপৰ সন্ধান পোৱা যায়।

'জোনাকী' কাকতৰ এজন প্ৰধান পৃষ্ঠপোষক আনন্দচন্দ্ৰ আগৰৱালাৰ মালিতা সম্পৰ্কে ইতিমধ্যে উল্লেখ কৰা হৈছে। তেওঁৰ মৌলিক কবিতা সংখ্যাত তাকৰ হ'লেও তাৰ মাজেদিয়ে তেওঁৰ কাব্যিক প্ৰতিভা বিকশিত হৈছে। ৰমন্যাসিক কবিতাৰ এটি উল্লেখযোগ্য বৈশিষ্ট্য হৈছে কল্পনাৰ স্ফূৰণ। আনন্দচন্দ্ৰ আগৰৱালাই অফুৰন্ত কল্পনাশক্তিৰে আৰু সাৱলীল প্ৰকাশভঙ্গীৰে ৰচনা কৰিছে 'দেৱকন্যা মানৱীয় বেশেৰে' 'তই', 'বলম' আদি আকৰ্ষণীয় কবিতা। উপমাৰ ব্যৱহাৰত তেওঁ নিপুণতাৰ পৰিচয় দিছে। উদাহৰণ স্বৰূপে,

"চুলিতাঁৰ তোৰ ভোমোৰাকলীয়া
গাল গোলাপৰ পাহি।
দাঁত দুইপাৰি ডালিমগুটীয়া,
মন প্ৰাণ হৰা হাঁহি।
হৰিণী নয়ন তোৰ চকুদুটি
সদায় আনন্দময়,
চঁপাৰ বৰণ মুখৰ জেউতি
বিজুলী কোনোৱে কয়।

ৰোমাণ্টিক যুগৰ কবিসকলৰ কেইগৰাকীমানে অনুবাদ কবিতা ৰচনা কৰিছিল। আনন্দচন্দ্ৰ আগৰৱালাও তেওঁলোকৰ ভিতৰৰে এজন। 'জীৱন-সঙ্গীত', 'সুখৰ ঠাই', 'চহা আৰু পণ্ডিত', 'যোগী' আদি তেওঁৰ উল্লেখযোগ্য অনুবাদ কবিতা। অনুবাদ হ'লেও তেওঁৰ কবিত্বশক্তিৰ প্ৰভাৱত কবিতাসমূহ মৌলিক কবিতাৰ দৰেই সুখপাঠ্য আৰু আকৰ্ষণীয় হৈ উঠিছে।

ৰোমাণ্টিক যুগৰ কবিয়ে ধেমেলীয়া, ব্যঙ্গাত্মক কবিতাও ৰচনা কৰিছে। এইক্ষেত্ৰত চন্দ্ৰধৰ বৰুৱা অন্যতম। এইশ্ৰেণীৰ কবিতা ৰচনা কৰি তেওঁ চেষ্টা কৰিছে সমাজৰপৰা কুসংস্কাৰ, অন্ধনীতি, প্ৰাচীন ৰক্ষণশীলতা আৰু ভণ্ডামি আঁতৰাই পঠিয়াবলৈ। তেওঁৰ ধেমেলীয়া কবিতাৰ মাজেদি নকল চাহাব, ভকত-গোসাঁই, দেশকৰ্মী, শিক্ষিত ব্যক্তিৰ ফোপোলা আৰু কৃত্ৰিম ৰূপৰ উদং ছবি প্ৰকাশ পাইছে। ৰোমাণ্টিক কবিতাৰ প্ৰকৃতি-প্ৰীতিৰ আনন্দৰ পৰা চন্দ্ৰধৰ বৰুৱা আঁতৰি থাকিব পৰা নাই। 'ধূলিকণা মই' কবিতাটিত তেওঁ নিজকে

ধূলিকণাৰ লগত তুলনা কৰি প্ৰকৃতিৰ নিয়মৰ জয়গান গাইছে। কবিয়ে কৈছে,

"মই মৰিলেও দিন গ'লে ৰাতি হ'ব
জোন বেলি ওলায়ে থাকিব;
গছত ফুলিব ফুল, বতাহ বলিব
নিজ বাটে নক্ষত্ৰ ঘূৰিব।
আজিৰ দৰেই নিতে জগত চলিব
নাই তাত অকণো সংশয়;
এই বিশ্ব সংসাৰৰ কোনো নিয়মৰে
লৰচৰ অলপো নহয়।"

প্ৰণয়াত্মক কবিতাও তেওঁ ৰচনা কৰিছে। এইক্ষেত্ৰত 'স্মৃতি' তেওঁৰ এটা উল্লেখযোগ্য কবিতা, য'ত নিহিত হৈ আছে তেওঁৰ প্ৰিয়াৰ স'তে হোৱা অলেখ কথাৰ প্ৰেমমিহলি স্মৃতিৰ ৰোমন্থন।

"ওপৰে আকাশ নীলা দেখি মন মোহ যোৱা
তলত বননি শ্যাম দেখি চকু জুৰ হোৱা;
আছেনে মনত সেই,
যমুনা পাৰত গৈ,
ভালপাওঁ বুলি দুয়ো সৰল শপত খোৱা?"

হেমচন্দ্ৰ গোস্বামীৰ হাতত জন্ম লাভ কৰা চনেট অৰ্থাৎ চতুৰ্দশপদী কবিতাই কবি হিতেশ্বৰ বৰবৰুৱাৰ হাতত বিস্তাৰ লাভ কৰিলে। তদুপৰি অসমীয়া কাব্যজগতত তেওঁ শোক কবিতাৰ সৃষ্টি কৰিলে। তেওঁৰ 'আভাস' নামৰ কবিতাৰ পুথিখনত একৈশটা সুন্দৰ কবিতা আছে। কবিতাবোৰ দেশ-বিদেশৰ কেইগৰাকীমান বিখ্যাত নাৰীৰ জীৱনৰ কৰুণ কাহিনীৰে উদ্বেলিত। তেওঁৰ 'মালচ' পুথিখনেই হৈছে প্ৰথম অসমীয়া চনেটৰ পুথি। তেওঁৰ আন এখন চনেটৰ পুথি 'চকুলো'ত কবিৰ পুত্ৰশোকৰ দুখাত্মক অনুভূতিৰ উমান পোৱা যায়। এই কবিতাবোৰত শোকৰ বিননি থাকিলেও ভাগ্য অথবা দৈৱৰ প্ৰতি বিদ্ৰোহ নাই। স্বদেশপ্ৰীতিও তেওঁৰ কবিতাৰ আন এক উল্লেখযোগ্য বৈশিষ্ট্য। 'চকুলো'ত কবিয়ে লিখিছে,

'চকুলো' ই ক্ষুদ্ৰ কাব্য এই শেষ কাব্য তাৰ



তলসৰা ফুল মাথো এই কাব্য কাননত
হে পাঠক, হে পাঠিকা মাগিছোঁ বিদায় আজি
কৰযোৰে অনিচ্ছায়ে তোমাসাৰো ওচৰত
আৰু সি নিলিখে কাব্য আৰু নধৰে সুৰ
সি ভগা বীণত তাৰ, আৰু তাৰ ছিন্ন তাঁৰ।"

এয়া কবিৰ কলম সামৰাৰ অঙ্গীকাৰ।

ৰোমাণ্টিক কবিতাৰ বিশেষ বৈশিষ্ট্য হিচাপে প্ৰকৃতিপ্ৰীতি, প্ৰেম আৰু সৌন্দৰ্য্যই বিশেষ স্থান লাভ কৰিছে। এইকেইটা বৈশিষ্ট্যই অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰায় প্ৰতিজন কবিকে জোকাৰি গৈছে। প্ৰকৃতি-প্ৰীতিৰ ক্ষেত্ৰত 'বিহগী কবি' আৰু প্ৰকৃতি-কবি' ৰঘুনাথ চৌধাৰীৰ সমকক্ষ অসমীয়া কবি নাই। ৰঘুনাথ চৌধাৰীৰ কবিতাই প্ৰথম প্ৰকাশ লাভ কৰে 'জোনাকী'ৰ পাতত। তেওঁৰ কবিতাৰ মূল বিষয় প্ৰকৃতি, বিশেষকৈ ফুল আৰু চৰাই সম্পৰ্কীয়। সেয়ে তেওঁক 'প্ৰকৃতি কবি' আৰু 'বিহগী কবি' ৰূপে বৰণ কৰি লোৱা হৈছে। ৰোমাণ্টিক কবিসকলৰ যি প্ৰকৃতিপ্ৰীতি, সেয়া চৌধাৰীৰ কবিতাত পূৰামাত্ৰাই প্ৰতিফলিত হৈছে। জীৱনৰ কঠোৰতাৰ মাজেদি আগবাঢ়ি যোৱা কবিয়ে হঠাতে বিচাৰি পালে কোমল অনুভূতিৰে পৰিপূৰ্ণ শীতল প্ৰচ্ছায়া। সেয়া হ'ল প্ৰকৃতি। সেয়ে কবিৰ ৰোমাণ্টিক মনে একপ্ৰকাৰ পলায়নবাদৰ মাজেদি প্ৰকৃতিৰ এখন নতুন ৰাজ্যত প্ৰৱেশ কৰিলে। প্ৰকৃতিৰ মাজত কবিয়ে বিচাৰি পালে জীৱনৰ প্ৰকৃত অৰ্থ। সৰগীয় প্ৰেমৰ সন্ধানত কবিয়ে প্ৰেমৰ পুৰীলৈ গতি কৰিছে। তাৰবাবে কেতেকী চৰাইজনীক কবিয়ে কৈছে,

"ময়ো যাওঁ ৰ'বি প্ৰেমপুৰী লই
প্ৰেমৰ ভুৰত উঠি
প্ৰেমময়ে য'ত প্ৰেমৰ প্ৰসাদ
বিলায় মুঠিয়ে মুঠি।"

চৌধাৰীৰ কবিতাত প্ৰেমৰ বাৰ্তা শুনাৰ লগতে সৌন্দৰ্য্যপ্ৰীতিৰো সম্ভেদ পোৱা যায়। ৰোমাণ্টিক কবিৰ সৌন্দৰ্য্য-পিয়াসী মন এটা চৌধাৰীৰো আছিল আৰু তেওঁৰ সেই সৌন্দৰ্য্য-পিয়াসী মনটোৱে দহিকতৰাজনীৰ গীতৰ মাজত অমৃতৰ সন্ধান পাইছে।

"আলোক নে অন্ধকাৰ সুদূৰ প্ৰান্তৰ

কোন সাগৰৰ পৰা
অমৃত গৰল ভৰা
মেলি দিছ সঁফুৰাটি মোহিনী কণ্ঠৰ
বই গ'ল বিশ্বব্যাপি দিক্-দিগন্তৰ।"

এই দহিকতৰাজনীৰ সঙ্গীতৰ লহৰে লুইতৰ পাৰলৈ নমাই আনিছে ৰূপৰ জিলিকণি। দহিকতৰা ক্ষুদ্ৰ জীৱ যদিও কবিৰ প্ৰাণপ্ৰিয়।

"কবি লেখনীত তই নুফুটিলি কিয়?
ৰূপ তোৰ নাই দেখি
অনাদৃতা হ'লি নেকি
হ'লি জীৱ-জগতৰ অতি ক্ষুদ্ৰ জীৱ
কিন্তু প্ৰিয়ে তয়ে মোৰ অতি প্ৰাণপ্ৰিয়।"

ৰঘুনাথ চৌধাৰীৰ কবিতাৰ আন এটি বৈশিষ্ট্য হৈছে জীৱনৰ ব্যথা বেদনাই কঠিন বুলি অনুভৱ কৰোৱা সংসাৰখনৰ প্ৰতি বৈৰাগ্যভাৱ আৰু মৃত্যুচেতনা। তেওঁৰ 'সাদৰী' পুথিৰ মুঠ সাতাইশটা কবিতাৰ মাজেদি প্ৰকৃতিৰ অস্তিত্বৰ কথা কোৱাৰ লগতে জীৱনৰ প্ৰতি কবিৰ বিৰাগ, সংসাৰৰ অসাৰত্ব প্ৰতিপন্ন কৰিছে। পুথিখনিৰ আৰম্ভণি কবিতা 'ভিক্ষা'ৰ মাজত কবিজনাৰ আত্ম-পৰিচয়ৰ সম্ভেদ পোৱাৰ লগতে বিচাৰি পোৱা যায় সংসাৰ আৰু জীৱনৰ সুখ-সম্ভোগৰ প্ৰতি কবিৰ বিতৃষ্ণাৰ মনোভাব। তেওঁ স্পষ্টভাৱে কৈছে,

"নলওঁ ডিঙিত আঁৰি সম্ভ্ৰমৰ মালা
ভাবোঁ তাক অতি হেয় বুলি
অপমান, অপযশ লাঞ্ছনা শিৰত
ল'ম প্ৰভু আগ্ৰহেৰে তুলি।"

ৰঘুনাথ চৌধাৰীৰ ইচ্ছা হয়, 'যেন নীলসিন্ধু হওঁ, প্ৰিয়া প্ৰকৃতি একেৰাহে চাওঁ, প্ৰাণে চকোৰক অমৃত পিয়াওঁ, লভো সুখ অনুপম।' ইচ্ছা কিন্তু কবিৰ মৰীচিকা হৈয়ে ৰ'ল। কেৱল এণ্ডাৰ বৰণ হ'ল সুকোমল দেহা, নুপূৰিল আশা জীৱনৰ। কবিৰ জীৱনত হঠাতে দেখা দি নাইকিয়া হোৱা ঊষা-প্ৰতিমাৰ বেদনাদায়ক স্মৃতিয়ে কবিৰ মনলৈ আনি দিছে নৈৰাশ্যৰ বিভীষিকা। ৰঘুনাথ



চৌধাৰী কীট্‌ছৰ দৰেই শব্দৰ চিত্ৰশিল্পী। শব্দৰ মায়াজালেৰে প্ৰকৃতিৰ চিত্ৰ অঁকাত কবি যেনেদৰে সিদ্ধহস্ত, সেইদৰে বৈৰাগ্যমূলক ভাৱ প্ৰকাশতো কবি পৈণত।

চৌধাৰীদেৱৰ নিবিড় প্ৰকৃতিপ্ৰীতি আৰু বৈৰাগ্যমূলক ভাবৰ অন্তৰালত নিহিত হৈ আছে প্ৰখৰ মৃত্যুচেতনা। দুঃসহ যন্ত্ৰণাৰ উপলব্ধিয়ে কবিৰ অন্তৰত সংসাৰ ত্যাগ কৰাৰ হাবিয়াস জগাই তুলিছে, যাৰফলত কবিয়ে আশ্ৰয় হৈছে মৃত্যুৰ কাষত। সমগ্ৰ জীৱনেই কবিৰ বাবে এক অন্বেষণ। এনে অন্বেষণৰ ফলতেই কবিয়ে লাভ কৰিছে চিৰশান্তিৰ চিৰসঙ্গী মৃত্যুক। তেওঁৰ মৃত্যুৰ প্ৰতি আহ্বান এনেধৰণৰ।

"আহা মোৰ চিৰসঙ্গী আহা প্ৰিয় সখা
তোমাৰ মুখকে চাই দুঃখ পাহৰিম,
দিব্যৰূপ ধৰি তুমি দিবা মোক দেখা,
যিদিনা চিতাক মই সাৱটি ধৰিম।
সিদিনাহে দূৰ হ'ব সংসাৰ যাতনা,
সিদিনাহে প্ৰাণে মোৰ লভিব সান্ত্বনা।"

মৃত্যুক নিমন্ত্ৰণ জনোৱা কবিৰ নিঃসঙ্গ জীৱনৰ বেদনা অতি স্পষ্ট।

"ভাৰ্য্যা পুত্ৰধন জন দিলোঁ মই বিসৰ্জন
মিতিৰ কুটুম কেও নাই লগৰীয়া
আশাপখী উৰি গ'ল শূন্য হিয়া পৰি ৰ'ল
সংসাৰত আজি মই অকলশৰীয়া।"

দহিকতৰাজনীৰ স'তে আত্মীয়তা স্থাপন কৰা কবিয়ে 'প্ৰিয় সখা' বুলি মৰণকহে আহ্বান জনাইছে। মৃত্যুৰ পিছতো কিন্তু কবিয়ে প্ৰকৃতিৰ মোহ এৰিব পৰা নাই। কবিয়ে অভিলাষ কৰিছে মৃত্যুৰ পিছত তেওঁৰ দেহটি প্ৰেমজলত উটুৱাই দিবলৈ। চৌধাৰীদেৱে ভালপায় প্ৰকৃতি বালাক, ভালপায় তটিনীৰ সৰু চৌৱোৰ। সেয়ে তেওঁ প্ৰতিজ্ঞাবদ্ধ—'মহাপ্ৰস্থানতো দুয়ো দুয়োৰেহে সঙ্গী, কাকো কেও নেৰো জীৱনত।'

প্ৰকৃতিপ্ৰেমী এইজনা ৰোমাণ্টিক কবিৰ কবিতাত বৈৰাগ্যমূলক ভাব আৰু

মৃত্যুচেতনাই কিয় প্ৰকাশ লাভ কৰিছে সেয়াও এক বিচাৰ্যৰ বিষয়। হয়তো তেওঁৰ ব্যক্তিগত জীৱনৰ বিফলতা, ব্যৰ্থতাৰ গ্লানিয়ে ইয়াৰ প্ৰধান কাৰণ। কবিয়ে নিজেই কৈছে,

"হতাশী প্ৰাণত উঠে চিন্তা চিতাধূম্
অবিৰাম হু হু শব্দেৰে;
জুৰাবৰ ঠাই নাই মহা শ্মশানত
দগ্ধ প্ৰাণ শীতল নপৰে।"

কবিৰ মনত পৃথিৱীখন মায়া, মোহ, দুখ-যন্ত্ৰণাৰে আৱৰি থকা গুহা সদৃশ। গতিকে কবিয়ে পৃথিৱীৰ বন্ধন ছিঙিব খুজিছে 'পুৱতি তৰা'ৰ অপূৰ্ব জ্ঞানজ্যোতিৰে হৃদয় আলোকিত কৰি। লালিত পৰা পৰুৱাৰ দৰে কক্‌বকাই থকা কবিয়ে 'মায়াৰ বান্ধোনে বান্ধি কিয় মোক পেলাইছা যাতনাত' বুলি পৰমজনক প্ৰশ্ন কৰিছে। সংসাৰত কেৱল দুখ-যন্ত্ৰণা ভোগ কৰা কবিগৰাকীয়ে ভগৱানৰ বিশ্বৰূপ দৰ্শন কৰি চৰম প্ৰশান্তি লভিবলৈ হেঁপাহ কৰিছে। এয়া ৰোমাণ্টিক কবিতাৰ ধাৰাত দেখা দিয়া অতীন্দ্ৰিয়বাদী ধাৰণাৰ মুক্ত প্ৰকাশ।

ৰঘুনাথ চৌধাৰীয়ে মৃত্যুৰ আলিঙ্গনেৰে উপভোগ কৰিব বিচাৰিছে ফুলশয্যাৰ আনন্দ। মৃত্যুৰ প্ৰতি কবিৰ এনে আকৰ্ষণৰ কাৰণ হ'ল—মৃত্যুৱেই জীৱনৰ চিৰন্তন সত্য। মৃত্যু হৈছে প্ৰকৃত শান্তিদাতা। সেয়ে কবিয়ে 'আহা মোৰ চিৰসঙ্গী আহা প্ৰিয় সখা তোমাৰ মুখকে চাই দুখ পাহৰিম' বুলি মৃত্যুক আহ্বান জনাইছে।

তেওঁৰ 'কেতেকী' কাব্যপুথিখন পাঁচোটি তৰঙ্গৰে সজ্জিত। প্ৰথম তৰঙ্গত অজান দেশৰপৰা মৰ্ত্ত্যলৈ আহি গীত গাই কবি তথা পৰ্বত, নদী সকলোকে মোহিত কৰা কেতেকী চৰাইজনীক দেখি কবি আচৰিত হৈছে লগতে চৰাইজনীক প্ৰশংসা কৰিছে। দ্বিতীয় তৰঙ্গত কেতেকীৰ উপস্থিতিত প্ৰকৃতিৰ বুকুত নতুন চেতনা জাগি উঠাৰ কথা কৈছে। তৃতীয় তৰঙ্গত কেতেকীৰ আগমনত অন্তৰৰ থৌকি-বাথৌ আনন্দৰ ভাৱৰ লগত অতীতক তুলনা কৰি চাইছে আৰু তাৰমাজত কন্বমুনিৰ আশ্ৰমত শকুন্তলাই যাপন কৰা বিচিত্ৰ জীৱনৰ সন্ধান পাইছে। চতুৰ্থ তৰঙ্গত কেতেকীজনীয়ে বিশ্বব্ৰহ্মাণ্ডলৈ আনি দিয়া নৱচেতনা আৰু প্ৰেমৰ ইঙ্গিত পোৱা যায়। পঞ্চম তৰঙ্গত শৰতৰ মোহ এৰি দূৰ দিগন্তলৈ কেতেকীজনী উৰি যোৱাত কবিৰ জীৱনলৈও নামি আহিছে বিষাদৰ ক'লচা ডাৱৰ।



ৰঘুনাথ চৌধাৰীৰ কবিতাত কুলি আৰু বসন্তই বিশেষ স্থান লাভ কৰিছে। উপযুক্ত শব্দচয়ন আৰু সৌন্দৰ্য্যমূলক বৰ্ণনাই তেওঁৰ কবিতাক ৰোমাণ্টিক ৰূপ গ্ৰহণত অৰিহণা যোগাইছে। চৌধাৰীয়ে বসন্তক 'ঋতুৰাজ' হিচাপে প্ৰতিষ্ঠা কৰিছে। কবিগৰাকীৰ অকৃত্ৰিম প্ৰকৃতি-প্ৰীতিলৈ লক্ষ্য ৰাখি তেওঁক ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থৰ স'তে তুলনা কৰিব পাৰি। 'ঋতুৰাজ' বসন্তৰ কথা কওঁতেই মনলৈ আহে ৰোমাণ্টিক যুগৰ আন এগৰাকী প্ৰকৃতি-প্ৰেমী পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাৰ কথা, গীতৰ কথা। ৰঘুনাথ চৌধাৰীয়ে বসন্তক ঋতুৰাজ বুলি অভিহিত কৰাৰ দৰে পাৰ্বতিপ্ৰসাদে শৰতক 'ঋতুকোঁৱৰ'ৰ মুকুট পিন্ধাইছে। পাৰ্বতিপ্ৰসাদৰ কবিতাত কহুঁৱা, আহিনৰ নিয়ৰ, সেউজী দুৱৰি, তৰা, শেৱালী, জোনাক , কুৰঁলী, ৰাজহাঁহ, শাৰদী লখিমী, শুকুলা ডাৱৰ, টুলুঙা নাও আদিৰ এক গভীৰ আত্মীয়তা গঢ়ি উঠিছে। শৰতৰ মাজেৰেই অৰূপৰ লগত একাত্মীয়তা স্থাপনত ব্ৰতী হোৱা পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত এটি মৃদু কৰুণ সুৰ আৰু ল'ৰালি কালৰ সুখ সোঁৱৰণিৰ কৰুণ উন্মনাভাৱ অনুভূত হয়।

দিখৌৰ বুকুৰ লেক্‌লৌ পৰুৱা, লুইতৰ পাৰৰ কহুঁৱা, দুবৰি বনত নিয়ৰৰ টোপালে পাৰ্বতিপ্ৰসাদৰ গীতি কবিতাত ভুমুকি মাৰিছে। বৰষাৰ অন্তত শৰতৰ আগমনৰ ছবিটি উজ্জ্বল হৈ উঠিছে।

"ডাৱৰৰ যুঁজতে সুৰুয জিকিলে
এন্ধাৰ ক'ৰবালে গ'ল
পোহৰৰ কাড়েৰে ডাৱৰ সৰকালে
বতৰ ফৰকালে হ'ল।"

অসমৰ নৈসৰ্গিক প্ৰকৃতিয়ে পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাক চিত্ৰৰে সজাইছে। এইক্ষেত্ৰত পাৰ্বতিপ্ৰসাদকো ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থৰ লগত তুলনা কৰিব পাৰি। দুয়োৰো প্ৰকৃতি-প্ৰীতিৰ মাজত গভীৰ সাদৃশ্য লক্ষ্য কৰা যায়। ৱৰ্ডছ্‌ৱৰ্থৰ দৰে পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাতো শৰতকালৰ দৃশ্য বৰ্ণনাত মানৱিক চেতনা আৰোপৰ প্ৰয়াস পৰিস্ফুট হৈছে।

"অৰুণ জেউতি ভৰা
আহিনৰ ৰাতিপুৱা
হাতত কুকিটি লৈ
ভুমুকি মাৰিলে ধীৰে

এটি ফুল তোলা ল'ৰা।"

পাৰ্বতিপ্ৰসাদৰ কবিতাৰ এটি ধাৰা সৰ্বেশ্বৰবাদত প্ৰতিষ্ঠিত। পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী দৃষ্টিভঙ্গীয়ে প্ৰকৃতিৰ বুকুত আশ্ৰয় লৈ সুৰ আৰু শব্দৰ মাধ্যমেদি আত্মপ্ৰকাশ লাভ কৰিছে। 'সোণ-শৰতৰ পৰশ লগা' কবিৰ যেতিয়াই 'হিয়াৰ মাজত অপৰূপে কৰিছে মন হৰণ', তেতিয়াই তেওঁ শৰতৰ মাজেৰে সেই অৰূপৰ সন্ধান কৰিছে।

"সন্ধ্যা মেঘৰ ৰূপ যে সেয়া
ৰঙচুৱা বৰণ,
নয়ন দুৱাৰ মুখে হিয়াত
কৰে অৱতৰণ।"

মাজে মাজে এই অৰূপৰ সন্ধানত ব্যাকুল হোৱা বাবেই এটি ক্ষীণ ৰহস্যবাদী সুৰে পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাক জোকাৰি যায়। সেয়া হ'লেও পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰকৃতিৰ ৰূপটোহে বিশেষভাৱে পৰিস্ফুট। বিশেষকৈ শৰতৰ স্নিগ্ধ ৰূপটোৱে তেওঁৰ কবিতাসমূহক সৌন্দৰ্য্যময় কৰি তুলিছে। শৰতৰ আগমনিত লুইতৰ সিপাৰৰ কঁহুৱা বনত নৃত্যৰ শিহৰণ জাগিছে, ধাননিত কঁপনি উঠিছে। শৰতৰ এনে জুৰ বতৰত ঘৰৰ কাম পেলাই থৈ শেৱালিৰ মালা পিন্ধি নৃত্য কৰিবলৈ কবিয়ে সকলোকে আহ্বান জনাইছে।

"আজি ৰঙৰে দিনতে কিহৰ ঐ চিতনি
থৈ দে ঘৰৰ কাম,
শেৱালিৰ মালা পিন্ধি নাচোহঁক
লগাই দে বিহুৰ নাম।"

শৰতৰ মাজেৰেই ল'ৰালিকালৰ সুখ সোঁৱৰণিৰ কৰুণ অনুভূতিৰে কবিয়ে কৈছে-

"দুপৰ ৰাতিৰ নীৰৱ বাণী
বুজা নে নুবুজা;
সোঁৱৰণি দিছেহি আনি
হৃদয়ৰ বোজা।"



পাৰ্বতিপ্ৰসাদ বৰুৱাই নিজৰ কবিতাখিনি ৰমন্যাসিকতাৰ আৱেশ সানি বিশিষ্ট এক সুৰত বান্ধিবলৈ যত্ন কৰিছিল। দিখৌ নৈৰ বুকুত অহা শেহতীয়া বানৰ প্ৰতি লক্ষ্য ৰখা পাৰ্বতিপ্ৰসাদে দিখৌ, লুইতৰ পানীৰে যেন তেওঁৰ কবিতাৰ পাহি কেইটি ধুই নিকা কৰাৰ প্ৰয়াস কৰিছে।

ৰহস্যবাদ কবিতাত প্ৰৱাহিত হোৱা এক বিশেষ ধাৰা। ইংৰাজী সাহিত্যত উইলিয়ম ব্লেকৰ কবিতাত পোন প্ৰথম ৰহস্যবাদৰ সুৰ শুনিবলৈ পোৱা যায়। অসমীয়া সাহিত্যত ৰহস্যবাদৰ প্ৰকাশ পোণপ্ৰথম লক্ষ্য কৰা যায় মহাপুৰুষ মাধৱদেৱ বিৰচিত 'নামঘোষা'ত। আধুনিক অসমীয়া কবিতাত ৰহস্যবাদৰ প্ৰকাশ পাশ্চাত্য সাহিত্যৰ প্ৰভাৱৰ ফল। এইক্ষেত্ৰত কেইবাগৰাকী কবিৰ নাম সততে স্মৰণীয়। অসমীয়া কাব্য-জগতত অতীন্দ্ৰিয়বাদী অথবা ৰহস্যবাদী কবি হিচাপে পৰিচিত নলিনীবালা দেৱীয়ে নৈসৰ্গিক সৌন্দৰ্য্যৰ বিশাল প্ৰাঙ্গণত থিয় দি কেৱল দেখিবলৈ পাইছে সনাতন সৌন্দৰ্য্যৰ আভাস। এতিয়াহে যেন কবিয়ে নিজকে পতিয়ন নিয়াব পাৰিছে,

"আজিৰ নোহোৱা তুমি সুন্দৰ পৃথিৱী
জনমৰ যুগমীয় তুমি
তুমি মোৰ অন্তৰৰ শান্তিময় নিজৰা
অতীতৰ স্বপ্নলীলা ভূমি।"

এই সনাতন সৌন্দৰ্য্যক পাবলৈ কবিৰ অন্তৰ সমুদ্ৰত উথলি উঠিছে হেঁপাহৰ তীব্ৰ জোৱাৰ। কবিৰ 'পৰমতৃষ্ণা' পৰমপদৰ সান্নিধ্য, চিৰসুন্দৰৰ ৰূপদৰ্শন।

"মানুহৰ দুচকুৰ
অসীম সৌন্দৰ্য্য তৃষ্ণা
সুখ আশা হেঁপাহ বুকুৰ,
নহয় ই মৰতৰ,
ক্ষন্তেকীয়া জীৱনৰ
সুখ আশা পৰমপদৰ
ৰূপ তৃষ্ণা চিৰসুন্দৰৰ।"

কবিৰ তৃষিত প্ৰাণে শান্তিৰ পথ তথা গৈৰিক যাত্ৰাৰ অজান পাৰ বিচাৰি

গতি কৰিলে অসীমলৈ। মহাজীৱনৰ অমৃতৰ সন্ধানত কবিৰ প্ৰাণে গতি কৰিলে পৰম তৃষ্ণাৰ পাৰে পাৰে।

"কোনে বাৰু দিলে তেনে মানুহৰ আতমাত
বিশ্বগ্ৰাসী অতৃপ্তিৰ ক্ষুধা
যদি তেওঁ থোৱা নাই বিয়াকুল জীৱনৰ
শান্তিময় সুখৰ নিজৰা
ভোগতেই মানুহৰ তৃপ্তি পলোৱা হ'লে
বাসনাও নোৱাৰে থাকিব
মানুহৰ জীৱনৰ চৰম সমাধি হ'লে
জীৱন মৰণো নেথাকিব।"

ভগৱৎপ্ৰেমেই কবিৰ অতীন্দ্ৰিয়বাদী কবিতাৰ ঘাই উৎস। জন্মান্তৰবাদ, কৰ্মফলবাদ আৰু ভক্তিবাদৰ দাৰ্শনিক ভাৱত মন-প্ৰাণ ঢালি দিয়া নলিনীবালা দেৱীৰ 'সন্ধিয়াৰ সুৰ'তেই অতীন্দ্ৰিয়বাদৰ চৰম প্ৰকাশ ঘটিছে।

অতীন্দ্ৰিয়বাদী নলিনীবালা দেৱীৰ কবিতা আশাৰে পৰিপূৰ্ণ। আশাবাদী কবিয়ে স্থিৰ বিশ্বাস ৰাখিছিল যে এদিন নহয় এদিন পৰমজনে তেওঁক আকোঁৱালি ল'ব। পৰমজনৰ প্ৰতি তেওঁ প্ৰশ্ন কৰিছে,

"ধূলিময় পৃথিৱীৰপৰা
নল'বানে নল'বানে তুলি?
তোমাৰ অমৃত স্পৰ্শে
শীতলাই তনু মন প্ৰাণ
নিদিবানে শেষবাৰ মোক দুঃখ সন্তাপ পাহৰা
শান্তিময় চৰণত স্থান?"

এইজনা কবিয়েই অসীমৰ আহ্বান শুনি তেওঁৰ অন্বেষণত মতলীয়া হৈ অনুভৱ কৰিব পাৰিছে,

"মৃত্যু হয় বাঞ্ছিত সুন্দৰ।"

সুন্দৰী প্ৰকৃতিৰ প্ৰতি অঙ্গতে অনন্ত জীৱনৰ চিন তেওঁ দেখা পাইছে। এইক্ষেত্ৰত ৱৰ্ডছ্‌ৱৰ্থৰ লগত তেওঁক তুলনা কৰিব পাৰি। ৱৰ্ডছ্‌ৱৰ্থে আত্মাৰ অবিনশ্বৰতাক এদিশে মাৰ গৈ অন্যদিশত আৱিৰ্ভাব হোৱা তৰাৰ লগত



তুলনা কৰিছে। জন্মান্তৰবাদত বিশ্বাসী নলিনীবালা দেৱীৰ আত্মাও অনন্তৰ ৰহস্য ভেদ কৰি দেহৰূপী সজাৰপৰা মুক্ত হৈ পৰমাত্মাৰ লগত বিলীন হোৱাৰ বাবে ব্যাকুল। তেওঁৰ 'বিকশিত' প্ৰবুদ্ধ প্ৰজ্ঞাই 'বিস্মৃতিৰ কুহেলিকা ভেদি' 'অনন্ত চেতনা' বিচৰাত ব্যস্ত। এই যাত্ৰাত ভগৱানৰূপী নাৱৰীয়াৰ হাতত জীৱন তৰি এৰি দি পৰম শান্তি লাভ কৰিছে।

"নেজানো একোকে মই
উৱাদিহ নাপাওঁ বাটৰ
তুমিয়েই হ'বা মোৰ
অসীমৰ চিৰ লগৰীয়া।"

এইক্ষেত্ৰত নলিনীবালা দেৱী কবি যতীন্দ্ৰনাথ দুৱৰাৰ সমতুল্য। ৰোমাণ্টিক যুগৰ কবি হৈ তেওঁ প্ৰকৃতিৰ বাহ্যিক বৰ্ণালীত মোহিত নহৈ চিৰসুন্দৰৰ শাশ্বত ৰূপত আকৃষ্ট হৈছে।

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা ৰোমাণ্টিক লক্ষণেৰে পৰিপূৰ্ণ হোৱাৰ লগতে ৰোমাণ্টিক যুগৰ ৰহস্যবাদী ধাৰাৰেও গাম্ভীৰ্য্যপূৰ্ণ। সোণোৱালী দেশৰ সিপাৰে থকা পৰমজনৰ আকুল আহ্বান শুনি তেওঁ সেই সোণোৱালী দেশলৈ নাও লৈ যাত্ৰা আৰম্ভ কৰিছে। এই যাত্ৰা কবিৰ এক অবিৰত যাত্ৰা।

ৰোমাণ্টিক যুগত প্ৰৱাহিত হোৱা ৰহস্যবাদৰ সুৰটোৱে কবি অম্বিকাগিৰী ৰায়চৌধুৰী, ৰত্নকান্ত বৰকাকতীৰ কবিতাকো স্পৰ্শ কৰিছে। অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'তুমি' কাব্যত সসীমৰ পৰা অসীমলৈ কৰা যাত্ৰাৰ স্বৰূপ বৰ্ণিত হৈছে। তেওঁ পৃথিৱীৰ সকলোতে পৰমজনৰ অস্তিত্ব উপলব্ধি কৰি কৈছে,

"সকলো তুমিয়ে নাথ
জগতত দেখিছোঁ যিমান।"

বিস্ময় বিমুগ্ধ দৃষ্টিৰে তেওঁ প্ৰকৃতিক নিৰীক্ষণ কৰিছে, যাৰ আঁৰত আছে পৰমজনৰ অস্তিত্ব।

"তুমি কি বিশাল! কি বিৰাট!
মহানীল সীমাহীন শূন্য;
তুমি কি গুৰু গুঢ় ৰহস্য
কি তত্ত্ব কৰিছা প্ৰতিপন্ন?"

কবিৰ 'তুমি' গৰাকী পৰমজনৰ বাহিৰে আন কোনো নহয়। এগৰাকী সুন্দৰীৰ ৰূপ-মাদকতাৰ দৰেই পৰমজন ৰমণীয়। এই পৰমজনৰ মাজতে কবিয়ে প্ৰত্যক্ষ কৰিছে অপৰিসীম সৌন্দৰ্য্যৰ সমাহাৰ।

ৰত্নকান্ত বৰকাকতী—ঘাইকৈ প্ৰেমৰ কবি যদিও তেওঁৰ কিছুমান কবিতাত ৰহস্যবাদৰ গোন্ধ পোৱা যায়। জীৱাত্মাৰ মাজত নিহিত হৈ থকা পৰমেশ্বৰৰ কথা তেওঁ উপলব্ধি কৰিব পাৰিছে। পৰমজনক নোপোৱাৰ বিৰহতে কবিৰ অন্তৰত বাজি উঠিছে অগ্নিবীণাৰ তান।

"হে মোৰ হৃদয় চোৰ!
মহা শূণ্য ভৰি যদি
নুঠিলহেঁতেন আজি
তোমাৰ বিৰহ হায়
ভুৱনে ভুৱনে বাজি
তৰায় তৰায় মোৰ
তেন্তে ই বুকুৰ জুই
সুদূৰ আকাশ চুই
জ্বলিলহেঁতেন ক'ত
অগ্নিবীণা বাজি?"

বৰকাকতীৰ কবিতাত ৰহস্যবাদৰ প্ৰলেপ থাকিলেও প্ৰেমৰ সুৰৰ গুণগুণনি বেছিকৈ শুনিবলৈ পোৱা যায়। ৰোমাণ্টিক যুগৰ ইংৰাজ কবিসকল, ৰবীন্দ্ৰনাথ লগতে আন বঙ্গীয় কবিসকলৰ লগত তেওঁৰ চিন্তাই সমন্বয় স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। ঘাইকৈ চন্দ্ৰক প্ৰতীক পিচাপে লোৱা তেওঁৰ কবিতাবোৰ প্ৰতীকবাদী আৰু ৰহস্যৰ জালেৰে আবৃত।

দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাৰ মাজেদিও ৰহস্যবাদী ভাৱধাৰা প্ৰৱাহিত হৈছে। তেওঁৰ কবিতা ঘাইকৈ ভাৰতীয় দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত। তেওঁৰ কবিতাৰ প্ৰতি ছত্ৰে ছত্ৰে অনুৰণিত হৈছে আত্মাৰ অবিনশ্বৰতাৰ কথা। জন্মান্তৰবাদত গভীৰভাৱে বিশ্বাসী কবিয়ে জীৱনটো যে হাঁহি-কান্দোন, সুখ-দুখৰ সমাহাৰ সেই কথা উপলব্ধি কৰিছে। সেয়ে তেওঁ কৈছে,

"সন্ধিয়াৰ সৰু তৰা লাহে লাহে নিজিলিকে
পুৱা লয় নগ'লে পুৱত



ধাৰাসাৰ জীৱনতো একো দুখ নেথাকিলে
শান্তি গুণ নেথাকে সুখত।"

পৰমজনৰ অস্তিত্ব উপলব্ধি কৰিও তেওঁক বিচাৰি নাপাই ব্যাকুল হৈ কাব্যৰ মাজত ৰহস্যবাদৰ সুৰধ্বনি তোলা কবি নীলমণি ফুকনে কৈছে,

"বাটচাই ৰ'লোঁ সুন্দৰ আহিব
ইপাৰত মই, কোনে কই দিব
মোৰ নো সুন্দৰ ক'ত?"

অসীমৰ অনন্ত গান শুনি তেওঁ উপলব্ধি কৰিছে যে অন্তৰৰ মাজতে চিৰসুন্দৰ বিদ্যমান। হৃদয়ৰ ৰহস্যবাদী সৌন্দৰ্য্যৰে তেওঁ সজাই তুলিছে 'মানসী' কাব্যপুথিখন। সৌন্দৰ্য্য যে অতীন্দ্ৰিয় বস্তু সেই সম্পৰ্কে তেওঁ 'মানসী'ৰ 'আগকথা'ত লিখিছে, "মানুহ চিৰকাল সৌন্দৰ্য্যৰ উপাসক। মানুহে প্ৰথমতে প্ৰকৃতি-জগতত সৌন্দৰ্য্যৰ বিকাশ দেখে। এই সৌন্দৰ্য্যৰ উপাসনা কৰোঁতে কৰোঁতে অন্তৰ্মুখী মানুহে দেখিবলৈ পালে যে, সৌন্দৰ্য্যৰ আধাৰ দৃশ্যমান জগত নহয়। সৌন্দৰ্য্য প্ৰকৃততে অতীন্দ্ৰিয় বস্তু, অনুভূতিৰ বিষয়।"

প্ৰকৃতিৰ সৰু সৰু কথাৰ ৰূপায়ণেৰে কবিতা ৰচনা কৰা অতুলচন্দ্ৰ হাজৰিকাই মাতৃভাষা তথা দেশমাতৃৰ জয়গান গাইছে কবিতাৰ জৰিয়তে। অতীত বুৰঞ্জীৰ সোঁৱৰণ তথা বীৰ-বীৰাঙ্গনাৰ যশস্যাৰ স্বীকৃতি তেওঁৰ কবিতাৰ আন এক বৈশিষ্ট্য। ইয়াৰ বাহিৰেও তেওঁৰ শেষ বয়সৰ কবিতাসমূহত পৰিস্ফুট হৈছে চিৰসুন্দৰৰ গভীৰ উপলব্ধি। পৰমজনৰ সান্নিধ্য বিচাৰি তেওঁ কৈছে,

"আঁতৰত থাকি লুকাভাকু খেলি
ল'বানো কিমান পৰীক্ষা মোৰ,
তীব্ৰ দহনত যিমানে পুৰিব
সিমানে জ্বলিব জীৱন-জোৰ।"

জোনাকী যুগৰ কবিসকলৰ সমসাময়িক মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাসমূহত ৰহস্যবাদী সুৰৰ বিপৰীতে হাফিজ আৰু ছুফী কবিসকলৰ সুৰ অনুভূত হয়। আধ্যাত্মিক ভাৱেৰে তেওঁৰ কবিতাসমূহ আবৃত। তেওঁৰ 'বাটৰুৱা' এনে ভাৱেৰে ৰঞ্জিত এটি উল্লেখযোগ্য কবিতা।

"জগতগিৰীয়ে সকলো লোকক
দিছে একোখনি ফলি

নিকাব পাৰিলে উঠিব এদিন
তাতে বিশ্বৰূপ জ্বলি।"

হাফিজৰ কবিতাৰ অনুবাদ কৰি খ্যাতি অৰ্জা কবিগৰাকী হ'ল আনন্দচন্দ্ৰ বৰুৱা। 'বকুলবনৰ কবি' হিচাপে পৰিচিত বৰুৱা হাফিজৰ সুৰত যেনেদৰে মোহগ্ৰস্ত, সেইদৰে বুদ্ধৰ জ্যোতিয়েও তেওঁক আকৰ্ষিত কৰিছে। বুদ্ধৰ প্ৰতি অহা আহ্বান যেন তেৰোঁ শুনিবলৈ পাইছে।

"কোনোবাই সিদ্ধাৰ্থক ক'লে কাণে কাণে,
এয়েই সেই নিশা
সিদ্ধাৰ্থ
বাছি লোৱা ত্যাগৰ মহান পথ
জগতৰ কল্যাণ সাধন হেতু
আজিয়েই ত্যাগ কৰা
মায়াৰ বন্ধন।"

হাফিজৰ কবিতাৰ অনুবাদত তেওঁ প্ৰেমৰ সুৰবো অনুৰণন তুলিছে।

"কোন তুমি কেনি আছা, ক'তেবা লুকাই
মাজে মাজে মাৰিছা ভুমুকি?
নেদেখি দেখিছোঁ যেন, নুশুনি শুনিছোঁ
তোমাৰেই দীঘলীয়া উকি।"

ৰোমাণ্টক কবিৰ সৌন্দৰ্য্যপ্ৰীতিয়েও তেওঁৰ কবিতাত ঠাই পাইছে। সেইদৰে মানৱতাবাদ আৰু গভীৰ অৰ্ন্তদৃষ্টিয়ে তেওঁৰ কবিতাসমূহক বিশেষ মাত্ৰা প্ৰদান কৰিছে। যতীন্দ্ৰনাথ দুৱৰাৰ পঞ্চম পুথি 'মিলনৰ সুৰ'ৰ মূল সুৰ ছুফীবাদ। এই পুথিখনে তেওঁক ৰহস্যবাদী কবিৰ শাৰীত স্থান দিছে। কবিৰ জাগতিক প্ৰেম পৰমজনৰ প্ৰেমলৈ ৰূপান্তৰিত হৈছে। পৰমজনৰ উজ্জ্বল জ্যোতিৰ সন্ধান পাই কবিয়ে কৈছে,

"তোমাৰ কোমল চৰণ পৰশে
বাটৰ ধূলিকো উজ্জ্বল কৰে।"

জন্ম, মৃত্যু, সৃষ্টিৰ ৰহস্যৰ সন্ধানত ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিমনে



ঢাপলি মেলিছে।

"হিয়াৰ দেৱতা বিচাৰি ফুৰিলোঁ
ক'তো যে নাপালোঁ দেখা"—বুলি কবিয়ে অৰূপৰ সন্ধানত ব্যাকুল হৈছে। দাৰ্শনিক ভাৱাপন্ন কবিতাৰ উপৰিও তেওঁ ৰোমাণ্টিক কবিৰ লক্ষণাক্ৰান্ত হৈ প্ৰকৃতিৰ প্ৰতিও সূক্ষ্ম দৃষ্টি নিক্ষেপ কৰিছে। শৰতৰ আগমণিত উৎফুল্লিত হৈ তেওঁ লিখিছে,

"আজি শৰতৰ মৃদু প্ৰভাতৰ
বলিছে মৃদুলা বাব়।
পথাৰে পথাৰে শ্যামলা সাজেৰে
আহিছে লখিমী মাৰ।"

ৰোমাণ্টিক যুগৰ 'নিজৰা'ৰ কবি হিচাপে খ্যাত শৈলধৰ ৰাজখোৱাৰ একমাত্ৰ কাব্যপুথি 'নিজৰা'ত ৰোমাণ্টিক অনুভূতি পৰিলক্ষিত হোৱাৰ লগতে গভীৰ জাতীয়তাবোধো ইয়াৰ ছত্ৰে ছত্ৰে অনুৰণিত হৈছে। বৰপেটাক 'অসমৰ কাশীপুৰ' পুলি অভিহিত কৰি তেওঁ লিখিছে,

"অসমৰ কাশীপুৰী দ্বাৰকা মথুৰাপুৰী
অসমৰ বৰপেটা ধাম,
চাই যোৱা বাটৰুৱা পৰাণ জুৰাই যোৱা
শুনি যোৱা হৰিগুণ নাম।"

হাস্যৰসাত্মক ব্যঙ্গ কবিতা ৰচনা কৰাৰ লগতে দণ্ডিনাথ কলিতাই মানৱ আক্ৰমণৰ ফলত অসমৰ স্বাধীনতাৰ অন্ধকাৰ ৰূপৰ সৃষ্টি হোৱাৰ দুখময় বিৱৰণিৰে 'অসম সন্ধ্যা' কবিতাৰ পুথিখন ৰচনা কৰিছে।

ৰোমাণ্টিক ব্যঙ্গ কবিতা ৰচনা কৰি কবিতাৰ ভৰাঁল চহকী কৰি তোলা আন কেইগৰাকী কবি হ'ল-ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কমলেশ্বৰ চলিহা আৰু সীতানাথ ব্ৰহ্মচৌধুৰী। ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ কবিতাৰ আদৰ্শবাদী মূল্য আছে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা কবি কমলেশ্বৰ চলিহাৰ কবিতাৰ উল্লেখনীয় দিশটো হ'ল বৈচিত্ৰ্যময় ছন্দ আৰু কবিৰ সন্ধানী মনৰ আবেগ আকুলতা। সীতানাথ ব্ৰহ্মচৌধুৰীৰ কবিতা প্ৰেমৰ অনুভূতিৰে ৰসাল। প্ৰকৃতিৰ সৌন্দৰ্য্যই কবিক উন্মনা কৰিছে। তেওঁৰ সেই সৌন্দৰ্য্যানুভূতি কবিতাৰ মাজেদি প্ৰকাশ পাইছে। প্ৰেম আৰু সৌন্দৰ্য্যৰ যুগল ধ্বনি তুলি কবিয়ে কৈছে,

"নিজ মনে গাই গাই বিৰহৰ করুণ সঙ্গীত
সমস্ত জগত ঘূৰি নিজ মনে ফুৰিছোঁ বিচাৰি,
ক'তা সি প্রেমৰ ৰাণী, নিৰুপমা সৌন্দৰ্য্য-প্রতিমা,
মোৰ পূর্ব জনমৰ যৌৱনৰ প্রথম লাহৰী।
ক'তা সি লাহৰী মোৰ, যাৰ সেই লৱনু দেহাত
সহস্র বসন্ত নাচে, হালি-জালি ফুলে যত ফুল,
প্রেম ভৰা এটি চুমা, এটি মাত্র আলিঙ্গনে যাৰ
উন্মত্ত যৌৱন আনি কৰি দিয়ে অধীৰ আকুল।"

জ্যোতিপ্রসাদ আগৰৱালাৰ কবিতাত প্রকাশ পোৱা স্বদেশপ্রেম সম্পর্কে পূর্বে উল্লেখ কৰা হৈছে। এহাতে উদাৰ মানৱপ্রেম আৰু আনহাতে নিভাঁজ দেশপ্রেম—এয়া জ্যোতিপ্রসাদৰ জীৱনৰ দুটি মহান আদর্শ। এই দুটি মহান আদর্শই জ্যোতি কাব্য-সাহিত্যক আত্মমুখী ভবোচ্ছ্বাসৰ পৰা সততে ৰক্ষা কৰিছে। তেওঁৰ 'আজিৰ কবিতা" আৰু 'মোৰ কবিতা' আবেগমধুৰ ভাবোচ্ছ্বাসৰ কল্পলোকৰ মোহ-মদিৰাৰপৰা সমস্যাবহুল বাস্তৱ পৃথিৱীলৈ নামি আহিবলৈ আয়োজন কৰা পদযাত্রা।

চিৰসুন্দৰৰ চিৰ আৰাধনা কৰি মানুহৰ হৃদয়লৈ চিৰসুন্দৰক নমাই অনা কবি শিল্পী জ্যোতিপ্রসাদ। জ্যোতিপ্রসাদ কেৱল নামত কবি-শিল্পী নাছিল, তেওঁ আছিল জীৱন শিল্পী, জনতাৰ শিল্পী। তেওঁৰ স্পষ্ট প্ৰকাশ,

"মই, মই পৃথিৱীৰ জনতাক
মই ৰূপে দেখি
মই হৈও, মই আমি হওঁ।"

জ্যোতিপ্রসাদৰ কবিতাত বিশ্বজননী সুৰ প্রবাহিত হৈছে। এই বিশ্বজনীন সুৰে কবিক সংকীর্ণ জাতীয়তাৰ উৰ্দ্ধত প্রতিষ্ঠিত কৰিবলৈ সক্ষম হৈছে। লুইতৰ পাৰে পাৰে, ভাৰত মহাসাগৰলৈ ভটিয়াই যোৱা, ওপজা গাঁৱৰ পৰা, নিজৰাৰ পাৰেদি, জান-জুৰি নৈয়েদি লুইতৰ ৰূপালী বালিত বালিভাত খোৱা জ্যোতিপ্রসাদে সেয়ে ক'ব পাৰিছে,

"মই কিন্তু শিল্পীপ্রাণে
গাঁৱৰ গণ্ডীতে থাকি



উপজিয়ে হৈ আহো বিশ্ব নাগৰিক।"

এগৰাকী ৰোমাণ্টিক যুগৰ কবি হিচাপে জ্যোতিপ্রসাদ কল্পনাৰ ফুলনিত সোণালী সপোন দেখাতে ব্যস্ত আছিল। কিন্তু যেতিয়া সুন্দৰ সমাজত কলুষ-কালিমাৰ আৰ্তনাদ শুনিবলৈ পালে, তেতিয়াই তেওঁ উপলব্ধি কৰিলে,

"মতা সাজ পিন্ধি তাই
ফুকৰিছে বিপ্লৱী বিকুল।"

ফলত তেওঁ ছন্দবিলাসী, করুণতাবিলাসী অথবা সৌন্দৰ্য্যবিলাসী কবি নহৈ বাস্তৱৰ নিষ্ঠুৰ সমস্যা নাইবা জীৱনৰ কঠোৰ কৰ্তব্য পাহৰিব নোখোজা কবি হৈ পৰিল। কবিতাই চিৰসুন্দৰৰ হাঁহিত উপজি তেওঁৰ অন্তৰত থিত লৈছে। কবিতা কবিৰ বাবে—

"উদ্ভাসিত মনীষাৰ প্রতিভাৰ মহাকালিকা
নবীন দিনৰ তাই
প্রাণৰো প্রাণত জ্বলা
দিব্যজ্যোতিকা।"

এয়া কবিগৰাকীৰ ৰোমাণ্টিক ধাৰাত সম্পূর্ণ নিজা ধাৰণা । সৌন্দৰ্য্যৰে পৰিপূর্ণ এই পৃথিৱীৰ বিচিত্র সৌন্দৰ্য্যমেলাৰ অন্তৰালত তেওঁ এক দিব্যজ্যোতিৰ উমান পাইছিল। সেই সুন্দৰ সত্তাৰে সৈতে একত্রিত হৈ জয়যাত্রা আৰম্ভ কৰি তেওঁ কৈছে,

'আজি আৰু মই নাই নাই
নাই আৰু মই
ময়েই যে তই হ'লো
তই হ'লো মই
ৰূপৰ যমুনা মই
তই বৰ অপৰূপ গঙ্গা
অনন্ত গঙ্গা
মিলি দুয়ো যাওঁ বই বই।"

গাঁৱৰ প্ৰাকৃতিক সৌন্দৰ্য্যই কবিক মোহিত কৰিছে। শ্যামল সৌন্দৰ্য্যৰে ভৰপূৰ গাঁৱৰ ডেকাসকলকো নিৰ্দিষ্টকৈ আহ্বান জনাইছে 'মোৰ সোণৰ গাঁও', 'গাওঁ মোৰ মৰমৰ' কবিতাত। জ্যোতিপ্ৰসাদৰ সৌন্দৰ্য্যভাৱনা সত্য, শিৱ, সুন্দৰৰ সমন্বয়ত গঢ়লৈ উঠা এক কলাত্মক ৰূপ। কল্পনাবিলাসী হৈ, কল্পনাৰ বগা ডাৱৰৰ মাজে মাজে পখিলাটি হৈ উৰিলেও ইকৰা পাতেৰে সজা ভগা-ছিগা গোসাঁইঘৰতে তেওঁ ৰচনা কৰা বিপ্লৱী কবিতাই জেকা, জেলুকীয়া, শেলুকীয়া বোকাতেই জহি-পমি যোৱাজনৰ ওচৰলৈ গতি কৰে।

জ্যোতিপ্ৰসাদৰ কবিতাৰ এটি উল্লেখযোগ্য বৈশিষ্ট্য হ'ল—শিশুমনৰ চঞ্চলতা, কোমলতাৰ প্ৰতিফলনে কবিতাসমূহ অধিক কোমল আৰু আকৰ্ষণীয় কৰি তুলিছে। 'অকমাণি ছোৱালী'ত পখিলা খেদি ফুৰা কুনিমুনি ছোৱালীজনীয়ে নিজৰ কথা কৈছে,

"দেউতাৰ পদূলীত
ফুল সৰে শেৱালি
মই ফুৰো বুটলি,
একোঁচ দুকোঁচকৈ
তিনিকোঁচ পাঁচকোচ
আনো যে তুলি।"

শিশুসুলভ দুষ্টালি, অলীক কল্পনা তেওঁৰ শিশু-কাব্যৰ বৈশিষ্ট্য। শিশুৰ মনত সহজতে জাগি উঠা ভয়েও সপোনৰ বোকোচাত উঠি কুম্পুৰ ওচৰ পাইছেহি 'ভূত পোৱালি' কবিতাটিত। সৌন্দৰ্য্যপিয়াসী কবি সপোনবিলাসীও। 'অকণিৰ সপোন', 'ফুলকুঁৱৰী'ত সেয়ে সপোনৰে পয়োভৰ। মাটিৰ পেটতে ওপজা ধূলিমাটিৰ সাধুকোৱা মাকজনীৰ দৰেই জ্যোতিপ্ৰসাদৰ কবিতায়ো কঢ়িয়াই আনে মাটিৰ গোন্ধ, মাটিৰ শীতলতা।

যতীন্দ্ৰনাথ দুৱৰা যে নিঃ সন্দেহে প্ৰেমৰ কবি সেই কথা উল্লেখ কৰি অহা হৈছে। "Duara is essentially a love poet, a devotee of Beauty who dreams of love, and writes of the same stuff".[৫] ৰোমাণ্টিক কবিতাৰ বিশেষ বৈশিষ্ট্য প্ৰেমৰ অভিব্যক্তিৰ উপৰিও বিস্ময়, বিষাদ, অতীত



প্ৰীতি, কল্পনাবিলাস আদি বৈশিষ্ট্যবোৰে দুৱৰাৰ কবিতা ওপচাই পেলাইছে। প্ৰকৃতিৰ চিত্ৰায়ণ তেওঁৰ কবিতাৰ আন এক মনোৰম বৈশিষ্ট্য। এই আটাইবোৰৰ সমাহাৰত তেওঁৰ কবিতাই ৰমন্যাসবাদৰ ধাৰা অব্যাহত ৰাখি—জাকতজিলিকা হৈ পৰিছে।

ৰমন্যাসবাদী কবিসকলে যিহেতুকে যুক্তি-যুক্ততা অথবা বাস্তৱ সমস্যাৰ সন্মুখীন হ'বলৈ নিবিচাৰে, সেয়ে প্ৰকৃতিৰ মাজত বিচৰণ কৰি তেওঁলোকে শান্তি লাভ কৰিবলৈহে প্ৰয়াস কৰে। যতীন্দ্ৰনাথ দুৱৰাও ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁ কেতিয়াবা পাহৰণি নৈৰ দাঁতিত পঁজা সাজি নিৰলে বাস কৰিব খুজিছে আৰু কেতিয়াবা প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু সেউজবোলত মোহ গৈ প্ৰকৃতিৰ কোলাতে আশ্ৰয় লৈছে। শস্যশ্যামলা এই ধৰণী কবিৰ বাবে চেনেহৰ থলি।

"শুৱনী ধৰণী চেনেহৰ খনি
জীৱনৰ লীলাভূমি,
নিতে নিতে মোৰ লাহ-বিলাহৰ
যোগোৱা সমল তুমি।"

মৰম আকলুৱা কবিজনাই প্ৰকৃতিজগতৰ মৰমত আপ্লুত হৈ প্ৰকৃতিৰ লগত নিবিড় অন্তৰঙ্গতা স্থাপন কৰিছে। কবিয়ে গৌৰৱেৰে কৈছে,

"নহয় অকলে দেৱী জগত মাজত
আছে মোৰ শত লগৰীয়া,
পশু-পক্ষী গছ-লতা প্ৰকৃতি বুকুৰ
সকলোটি কেনেনো ধুনীয়া।"

মুকলিমুৰীয়া কবিয়ে চৌদিশে প্ৰকৃতিৰ মুকলি ৰূপটো দৰ্শন কৰি প্ৰকৃতিৰ লগত সম্বন্ধ স্থাপন কৰিছে। জোন, বেলি, তৰা, ফুল-এইবোৰকে লৈ কবিয়ে ৰচিলে 'জীৱনৰ কুসুম কানন।" প্ৰকৃতিৰ ৰূপৰ বন্দনাৰে যতীন্দ্ৰনাথ দুৱৰাৰ কাব্য মুখৰিত। তেওঁ নৈসৰ্গিক সৌন্দৰ্য্যৰ ছবি চিত্ৰৰ ৰূপত বন্দী কৰি ৰাখিছে। প্ৰকৃতিৰ উল্লেখ থকা কবিতাসমূহ বিচিত্ৰ পখীৰ কূজন, ফুলৰ বৰ্ণনাৰে তাৎপৰ্য্যপূৰ্ণ। ফুলৰ ভিতৰত কবিগৰাকীয়ে গোলাপ, শেৱালি, এজাৰ, কহুঁৱা,

৫. ড° বিৰিঞ্চিকুমাৰ বৰুৱা, History of Assamese literature, P. 122

বকুল আৰু  পদুম ফুলৰ উল্লেখ কৰিছে। প্ৰকৃতিৰ মনৰ ভাব-ভাষাও তেওঁ বুজি পাইছে।

"দুয়োকাষে গছলতা নিৰলে নিমাতে থাকি
গভীৰ ভাৱনা কিবা ভাবিছে মনত,
বতাহ কটকী স'তে মাজে মাজে পঠিয়াম
অফুট মনৰ ভাৱ জড় জগতত।"

ফুল, চৰাইৰ বৰ্ণনাৰ উপৰিও সুনীল আকাশ, সেউজীয়া ধৰণী,, কুমলিয়া বননি, আবেলিৰ বেলি, সূৰুযৰ সোণালী কিৰণ আদিৰ মনোমোহা বৰ্ণনা তেওঁৰ কবিতাত পোৱা যায়। 'কোনোবা জোনাক নিশা' জুৰিৰ পাৰত কবিয়ে তেওঁৰ প্ৰেয়সীৰ লগত মধুৰ সপোন ৰচিছিল। কিন্তু প্ৰেয়সীৰপৰা বিদায় লোৱাৰ পৰত কবিয়ে জুৰিৰ পাৰৰ পৰাও বিদায় মাগিছে। কাৰণ কবিৰ

"প্ৰকৃতিৰ কোমল কোলাত
আছে ঘৰ অতি চেনেহৰ।"

ৰূপ-ৰস-গন্ধ-স্পৰ্শৰে পূৰ্ণ প্ৰকৃতিৰ কোলাৰ কোমলতা অনুভৱ কৰা কবিগৰাকীয়ে প্ৰাকৃতিক দৃশ্যৰাজিৰ মাজেদি জীৱনকে প্ৰকাশ কৰিছে।

ৰমন্যাসিক আদৰ্শত অসীম কল্পনা বিলাসিতা পূৰ্ণৰূপত বিভূষিত হৈ উঠে। দুৱৰাৰ কবিতাত সততে কল্পনাবিলাস দেখা পোৱা যায়।

"লাগে মোক অকলশৰীয়াকৈ
এখনি সৰগ,
একাকাৰ য'ত
আকাশ পৃথিৱী দুয়ো
নিৰাধাৰ জীৱন বিহগ।
চউপাশে য'ত
বেৰি লই ভক্তজনে
কাণে কাণে নকৰে গুঞ্জন।
নিন্দা বচনেও যাৰ বজ্ৰ প্ৰাচীৰত
উফৰি উফৰি কৰে ৰণ।"



ৰমন্যাসিক কবি যতীন্দ্ৰনাথ দুৱৰাই নিজৰ হিয়াখনিৰ পৰিচয় দিওঁতে সততে মোহাৰিলে ৰঙচুৱা ৰস নিগৰা জেতুকা পাতখিলাৰহে কল্পনা কৰিছে। ৱৰ্ডছ্‌ৱৰ্থেও উইল গছত বান্ধি থোৱা নাওখনিৰ শিকলি আৰু শিলৰ ঘঁহনিৰ ফলত উদ্ভৱ হোৱা ঝন্‌ঝন্ শব্দক পৰীৰ হাতৰ ব্ৰেছলেটৰ শব্দ বুলি কল্পনা কৰিছে। শ্যেলীৰ 'স্কাইলাৰ্ক' কবিতাতো কল্পনা প্ৰৱণতা পৰিস্ফুট হৈছে। তেনেদৰে পছোৱা বতাহজাকৰ লগত শ্যেলীয়ে উৰি যাব খোজে কল্পনাৰ সহায়ত। দুৱৰাও এজন কল্পনাবিলাসী কবি। সেয়ে লুইতৰ সিপাৰৰ দেশখনো কবিৰ বাবে কল্পনাৰ সোণোৱালী দেশ। কল্পনাৰ মায়াকাননত তেওঁ কাৰোবাৰ বীণৰ ধ্বনি শুনিবলৈ পাই কৈছে,

"কল্পনাৰ মায়া কাননত
কিনো বীণ কোনেবা বজালে।"

সৌন্দৰ্য্যপিয়াসী কবিয়ে পৃথিৱীৰ চৰাই-চিৰিকতী, বায়ু-পানী আদি সকলো বস্তুৰ স'তে সহৃদয়তা স্থাপনৰ কল্পনা কৰিছে।

জীৱন্ত বাস্তৱৰপৰা হাত সাৰিবৰ কাৰণে কীট্‌ছে মনক লৈ গৈছিল অতীতৰ দেশলৈ ৰূপ-কথাৰ জৰিয়তে। কবি দুৱৰায়ো তেনেদৰে অতীত জীৱনৰ ব্যক্তিগত হা-হুমুনিয়াহকে সমল হিচাপে লৈ অতীতৰ বুকুলৈ ঢাপলি মেলিছে। অতীতেও তেওঁক যেন লগ এৰা নাই।

"সুখে -দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন।"

বাস্তৱ জীৱনৰ লগত মানসিক সংঘৰ্ষৰ ফলত কবিৰ মনত অভিমানৰ সৃষ্টি হৈছে আৰু সিয়েই কাব্যত অতীত-প্ৰীতিৰ ৰূপত আত্মপ্ৰকাশ কৰিছে। তেওঁ দেখিছে যে অতীতৰ হেৰোৱা মাধুৰীয়ে গোটেই ধৰণীতে পোহৰৰ ৰং ছটিয়াই দিছে।

"অতীতৰ হেৰোৱা মাধুৰী
জিলিকিছে ধৰণী শুৱাই
আকাশে বতাহে পুনু
আশাৰ নতুন বাণী উজলে আপুনি।"

দুৱৰাৰ অতীতপ্ৰীতি ব্যক্তিগত জীৱনক লৈয়ে গঢ় লৈ উঠা নাই। ইতিহাসৰ ঐতিহ্যমণ্ডিত অতীতেও কবিক গৌৰৱান্বিত কৰিছে। অতীত অসমৰ বীৰত্ব, অন্তৰৰ সৰলতা, লহপহীয়া সুঠাম-ডেকাৰ সবলতা, ৰংঘৰৰ ৰং-ধেমালি বৰ্তমানত বিচাৰি বিমুখ হৈ আক্ষেপৰ সুৰত তেওঁ কৈছে,

"হায় আজি কি দশা দেখিছোঁ
ক'ত মোৰ মধুৰ সপোন
ক'ত মোৰ অতীতৰ ছবি
ক'ত মোৰ প্ৰেমৰ দাপোণ?"

ৰমন্যাসিক কবিসকলে ৰোমাণ্টিক ধাৰাত মধ্যযুগীয় প্ৰীতিৰ সোঁত বোৱাইছে। মধ্যযুগৰ ছঁয়ামৰা আৰু ৰহস্যময় কিছুমান কাহিনী আছিল যিবোৰে শ্ৰোতা আৰু পাঠকক অসীম আনন্দ দান কৰিছিল। সেয়েহে ৰমন্যাসিক কবিসকলে মধ্যযুগৰ এনে ৰহস্যময় কাহিনীসমূহৰ জঁকাটোত কল্পনাবিলাস আৰু নতুন ভাৱৰ উন্মেষ ঘটাই তাক নতুনকৈ সজাই তুলিছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ 'জলকুঁৱৰী', 'বনকুঁৱৰী', 'তেজীমলা' আদিৰ নিচিনা কবিতা যতীন্দ্ৰনাথ দুৱৰাৰ লেখনীত ধৰা নপৰিলেও 'এখনি গাঁৱৰ মৰিশালিৰ ওচৰত' নামৰ কবিতাত মধ্যযুগীয় সাধুকথাৰ গোন্ধ পোৱা যায়।

"গৰু মেলি পথাৰত বহোঁ সকলোৱে
ৰঙমনে গছৰ তলত,
মধুৰ পেঁপাৰ মাতে দুপৰ ৰ'দত
সুৰ দিয়ে জিলিৰ লগত।"

ঊনবিংশ শতিকাত ইংৰাজী সাহিত্যত ৰমন্যাসিক চিন্তাধাৰাই বাৰুকৈয়ে গা কৰি উঠিছিল। যথাৰ্থতে ৰমন্যাসিকতা কোনো নিৰ্দিষ্ট যুগ বা সময়ৰ বস্তু নহয়। সুদূৰ পঞ্চদশ শতিকাতো শ্বেক্সপীয়েৰৰ সাহিত্যত ৰমন্যাসিকতা দেখিবলৈ পোৱা যায়। এই সম্পৰ্কে ড° মহেন্দ্ৰ বৰাৱো তেওঁৰ 'ৰমন্যাসবাদ' গ্ৰন্থত উল্লেখ কৰিছে।[৬] তথাপি ঊনবিংশ শতিকাত ইংৰাজী ৰমন্যাসিক আন্দোলন আৰু সাহিত্যই সমগ্ৰ বিশ্বতে আলোড়নৰ সৃষ্টি কৰে। অসমীয়া কবিতাতো ঊনবিংশ শতিকাৰ নবম, দশম দশকত ৰোমাণ্টিক ধাৰাৰ গতি লক্ষ্য কৰা যায়। ইয়াৰ ফলস্বৰূপেই ৰোমাণ্টিক আদৰ্শত অসীম কল্পনা বিলাসিতা পূৰ্ণৰূপত বিভূষিত



হৈ উঠে। প্ৰকাশৰ অবাৰিত স্বাধীনতাই কবিসকলক উন্মুখ কৰি তোলে। সেইদৰে মানৱতাও কবিতাসমূহৰ লক্ষণ হৈ পৰিল। মানুহৰ মন আছে, দেহ আছে আৰু আছে জৈৱিক অনুভূতি। প্ৰেম, প্ৰীতি, প্ৰণয়, অনুৰাগ, আশা, নিৰাশা, হাঁহি, চকুলো আদি মানৱ-জীৱনৰ চিৰলগৰীয়া। ধ্ৰুপদী সাহিত্যৰ সীমাবদ্ধতাৰপৰা মুক্তি পোৱা ৰমন্যাসিক কবিতাত ৰোমাণ্টিক কবিৰ সৌন্দৰ্য্যপ্ৰীতিৰ চমকনি দেখা গ'ল। অসমীয়া ৰোমাণ্টিক কবিতাত দেখা দিয়া সৌন্দৰ্য্যপ্ৰীতিও কল্পনাৰে ৰঞ্জিত। কবিসকলে হৃদয়ৰ পুঞ্জীভূত ভাৱ-আদৰ্শ, আশা আকাঙ্ক্ষা আৰু স্বাভাৱিক মানৱীয় অনুভূতিৰ প্ৰকাশেৰে অসমীয়া ৰোমাণ্টিক কবিতাত ব্যক্তিমুখিতাৰ ৰহণ সানিলে। সেইদৰে পৃথিৱীৰ সঞ্চিত বিস্ময়ক অভিজ্ঞতাৰে ৰঞ্জিত কৰাৰ প্ৰয়াস কৰি কবিতা ৰচনা কৰিলে। ৰোমাণ্টিক কবিসকলে বিস্ময়বিমুগ্ধ দৃষ্টিৰে জগতখন চাবলৈ শিকে। তেতিয়াই কবিসকলৰ মনত সৃষ্টি হয় অনিৰ্বচনীয় আনন্দৰ। তেনে আনন্দকে বুকুত সাৱটি কবিসকলে আধুনিক অসমীয়া কবিতাক এক বিশেষ গতি প্ৰদান কৰিলে।

মানৱীয়তাৰ উপলব্ধিয়ে ৰমন্যাসিক কবিতাক অনেক সময়ত আচ্ছন্ন কৰি ৰাখিছে। ফৰাচী বিপ্লৱৰ পৰিণতি স্বৰূপে ইউৰোপত মানৱতাবাদে খৰতৰ গতিত গা কৰি উঠিছিল। যথাৰ্থতে ৰাজনৈতিক মতবাদে কাব্য-সাহিত্যৰ বুকুতো ঠাই বিচাৰি লৈছিল। যুদ্ধ বিধস্ত ইউৰোপীয় আদৰ্শত এই মানৱতাবাদে বিপ্লৱৰ লগত বন্ধুত্ব কৰিছিল। অসমীয়া ৰোমাণ্টিক কবিসকলৰ কবিতাত মানৱীয় সমস্যাসমূহে ঠায়ে ঠায়ে স্পৰ্শ কৰি গৈছে। ফলত সাধাৰণ মানুহৰ ভাৱ, আৱেগ-অনুভূতিও হৈ পৰিছে কবিতাৰ বিষয়বস্তু। ইন্দ্ৰিয়গ্ৰাহ্যতা, নতুনৰ প্ৰতি সন্মোহন, সৌন্দৰ্য্যৰ প্ৰতি সন্মোহন, প্ৰেম আৰু কাব্যধৰ্মিতাৰ প্ৰতি সন্মোহন ইত্যাদিৰ জৰিয়তে বেজবৰুৱা আৰু আগৰৱালাই ৰোমাণ্টিক ঐতিহ্যৰ দুৱাৰ মুকলি কৰিছিল আৰু সেই দুৱাৰেদি ৰোমাণ্টিক ধাৰাৰ সাময়িক গতি আৰু প্ৰকৃতিয়ে বিকাশ লাভ কৰিছিল।

অসমীয়া কবিতাত প্ৰায় চল্লিশৰ দশকলৈ ৰোমাণ্টিক অনুভূতি, চিন্তাধাৰা, প্ৰেম আদিয়ে আধিপত্য বিস্তাৰ কৰি আছিল। 'আধুনিক' শব্দটো এটি আপেক্ষিক শব্দ। আজিৰ আধুনিক বুলি ভবা বস্তুটো এটা সময়ত প্ৰাচীন হৈ পৰে। কিন্তু কেতিয়াবা তাৰমাজতে কিছুমান বস্তু সৰ্বকালৰ বাবে আধুনিক হৈ সমাদৰ লাভ

৬। দ্ৰষ্টব্য ঃ পৰিচয়, পৃঃ ৫

কৰি থাকে। এশ-বছৰৰ অসমীয়া কবিতাৰ ধাৰাত ৰোমাণ্টিক কবিতাসমূহ এই শ্ৰেণীৰ। অসমীয়া কাব্য জগতৰ ৰোমাণ্টিক কবি আৰু তেওঁলোকৰ কবিতাসমূহৰ আদৰ চিৰদিন অব্যাহত থাকিব। ৰোমাণ্টিক যুগৰ কবিতাসমূহক এৰি আধুনিক অসমীয়া কবিতা পত্ৰ-পুষ্পহীন শুকান গছৰ দৰে। অসমীয়া কবিতাত অন্তৰ্নিহিত ৰোমাণ্টিক অনুভূতি, চিন্তাশৈলী আৰু লক্ষণবোৰে ৰোমাণ্টিক ধাৰাটোকে এক কমনীয়তা প্ৰদান কৰিছে। ব্যক্তিকেন্দ্ৰিকতা আছিল এই সময়ৰ কবিতাৰ বিশেষ লক্ষণ। নিৰ্দিষ্ট ছন্দসজ্জাৰ মাজত কবিসকলে কবিতা ৰচনা কৰিছিল। তেওঁলোকৰ মনৰ মাজত প্ৰেম, প্ৰিয়া, দেশপ্ৰেম, মানৱপ্ৰেম, ৰহস্যবাদ আদি বিষয়বোৰে খোপনি পুতি লৈছিল। উল্লেখযোগ্য যে এই সময়ৰ সৰহভাগ কবিয়েই গীত ৰচনাত অধিক পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। ৰোমাণ্টিক যুগৰ কবিতাবোৰৰ মূল কথা হ'ল ৰোমাণ্টিক উচ্ছ্বাস। অফুৰন্ত কল্পনাশক্তিৰে ৰোমাণ্টিক কবিসকলে সৃষ্টিৰ পাতনি মেলে। এনে সৃষ্টিত ব্ৰতী হওঁতে তেওঁলোকে সমাজ, মানুহ, দেশ আদিৰ প্ৰতি থকা কৰ্ত্তব্যক পাহৰিব পৰা নাছিল। সেইদৰে সৃষ্টিৰ ৰহস্য ভেদ কৰিব নোৱাৰি পৰমজন সম্পৰ্কে এক কল্পনাপ্ৰসূত ধাৰণাৰ মাজেদি তেওঁক পাবলৈ প্ৰয়াস কৰিছিল। এনে প্ৰয়াসতে ৰোমাণ্টিক যুগৰ সাময়িক গতি আৰু প্ৰকৃতি আছিল এনেধৰণৰ। সেই গতিৰ স'তে খোজ মিলাই অসমীয়া কবিতাৰ ৰোমাণ্টিক কবিসকলে ৰোমাণ্টিক প্ৰকৃতিধৰ্মী কবিতা ৰচনা কৰিলে। সৃষ্টি হ'ল অসমীয়া কাব্যজগতত এক চিৰসেউজীয়া আৰু যুগমীয়া অধ্যায়ৰ, চিৰস্মৰণীয় যুগৰ। অসমীয়া কবিতাত প্ৰৱাহিত ৰোমাণ্টিক ধাৰাৰ পিছতেই উত্তৰ স্বাধীনতা যুগৰ কবিতাই বিস্তাৰ লাভ কৰে। একে আষাৰতে ক'বলৈ হ'লে ৰোমাণ্টিক কবিসকলৰ কবিতাৰ বাটেদিয়ে পৰৱৰ্তী আধুনিক কবিতাৰ প্ৰতিষ্ঠাৰ বীথিকা মুকলি হয়। ইয়াতেই সৃষ্টি হয় অসমীয়া কবিতাৰ এক নতুন সুঁতিৰ। ৰোমাণ্টিক পৰৱৰ্তী কবিতাত দুটা ধাৰা পৰিলক্ষিত হয়। এটা ধাৰাত পৰিলক্ষিত হয় পুৰণি ৰোমাণ্টিকধৰ্মিতা গুণ আৰু আনটো ধাৰাত নতুন দৃষ্টিভঙ্গী, বিষয়বস্তু শব্দচয়ন, ছন্দপ্ৰয়োগ, চিত্ৰকল্পত নতুনত্ব, ভৌতিকবাদত বিশ্বাস, সামাজিক দায়বদ্ধতা আদি লক্ষণবোৰ মূৰ্ত হৈ উঠে।



# প্ৰত্যাশাৰ স্বৰূপ

কবিতা আৱেগৰ বস্তু, হৃদয়ৰ বস্তু। কিন্তু এতিয়া কবিতা মগজুৰ বস্তু হৈছে, কবিতা বুজিবলৈ চিন্তাশক্তিৰ প্ৰয়োজন হোৱাতেই কবিতা দুৰ্বোধ্য বুলি অনুভৱ হৈছে। কবিতা বুজিবলৈ পাঠকৰ জ্ঞানৰ প্ৰয়োজন হ'ল। এই জ্ঞানে ইতিহাস, অৰ্থনীতি, বিজ্ঞানক সাঙুৰি ল'লে। সেইদৰে বিষয়বস্তুও তাৎপৰ্যপূৰ্ণ হৈ উঠিল। শব্দ প্ৰয়োগত কবিসকল যথেষ্ট সচেতন হ'ল। যথাৰ্থ অৰ্থৰ উপৰিও শব্দবোৰে আন অৰ্থও বহন কৰি পাঠকৰ মনত চিন্তাৰ উদ্ৰেক কৰা হ'ল। মুঠতে কবিতাৰ ক্ষেত্ৰত এক বিৰাট পৰিৱৰ্তনৰ সূচনা হ'ল। এনে স্থলত কবিতাৰ ক্ষেত্ৰত আমি কি প্ৰত্যাশা কৰিব পাৰোঁ? এই প্ৰত্যাশাৰ স্বৰূপ কেনে হোৱাটো বিচাৰোঁ?

প্ৰতিজন কবিৰেই প্ৰথমটো কবিতা প্ৰকাশৰ থলি হৈছে স্কুল অথবা কলেজৰ আলোচনী। কবিতাৰ ব্যঞ্জনা, চিত্ৰকল্প, প্ৰতীক সম্পৰ্কে সম্যক জ্ঞান নাথাকিলেও কবিতা লিখিছিল আলোচনীৰ পাতত। সেইসকলৰ মাজৰপৰাই সৃষ্টি হ'ল পূৰঠ কবিৰ। আনহাতে প্ৰচাৰ আৰু প্ৰকাশৰ অভাৱত বহুতো প্ৰতিভা নষ্ট হ'ল। মুক্তক ছন্দ, কবিতাৰ বিভিন্ন বাদ সকলোৱে সামৰি ল'ব নোৱাৰিলে। বহুতো কবিতা প্ৰকৃত মূল্যাঙ্কন নোহোৱাকৈয়ে থাকি গ'ল। যিসকল কবিৰ কবিতাৰ যোগেদি আধুনিক অসমীয়া কবিতাৰ ধাৰা প্ৰৱাহিত হ'ল, সেই ধাৰাৰ অনুপ্ৰেৰণাত কবিতাৰ শেহতীয়া প্ৰৱাহৰ সৃষ্টি হ'ল। কবিতাৰ এই শেহতীয়া ধাৰাই এক সানমিহলি বিষয়বস্তুৰ সৃষ্টি কৰিলে। কবিসকলেও পুৰণি লোক-সাহিত্যৰ পৃথিৱীখনলৈ উভতি চাই অভিভূত হৈ পৰিল। কবিসকলৰ মাজত ঐতিহ্যপ্ৰীতি বৃদ্ধি পালে। লোক কবিতা, লোকপ্ৰবাদ কবিতাত সোমাই পৰিল। ঐতিহ্যপ্ৰীতিয়ে কবিৰ লগতে কবিতাৰ পাঠককো সচেতন কৰি তুলিলে। মূল শিপাক ধিয়াই কবিমনে ঢাপলি মেলিলে।

সমাজৰ মঙ্গল-চিন্তা কৰি কবিয়ে কবিতা লিখে। কিন্তু তেনে মঙ্গলৰ কাষ চাপিব পৰাকৈ সাধাৰণ মানুহো প্ৰস্তুত হ'ব লাগিব। মঙ্গল-চিন্তাই সকলো মানুহকে সাঙুৰি ল'ব পাৰিব লাগিব। অন্যথা কবিৰ মঙ্গল-চিন্তা এটা পৰিধিৰ

মাজতে আৱদ্ধ হৈ থাকিব। এতিয়াৰ কবিতাৰ অৱয়ব সলনি হ'ল; বিষয়বস্তু, প্ৰকাশভঙ্গী সকলোতে নতুনত্বই দেখা দিলে। ৰোমাণ্টিক যুগৰ কবিতাৰ কমনীয়তা, পৰৱৰ্ত্তী যুগৰ কবিতাৰ দৃঢ়তা আদিয়ে পাঠকক ৰোমাঞ্চিত কৰে। আনহাতে চিন্তাৰ ধূসৰতা ঠেলি পাঠকে যেতিয়া কবিতা হৃদয়ঙ্গম কৰিবলৈ যায়, তেতিয়াই হয়তো দুৰ্বোধ্যতাই পাঠকক আমনি কৰে। সেয়ে সাম্প্ৰতিক কবিতাক দুৰ্বোধ্যৰ সাজ পিন্ধাই এক সুকীয়া ধাৰণাৰে গ্ৰহণ কৰা হৈছে।

কবি-মনৰ অনুভূতিৰ বস্তু কবিতা আনক বুজাবলৈ যোৱাটো এটা কঠিন কাম। কিন্তু শ্ৰেণীকোঠাত তাকেই কৰিবলগীয়া হয়। কবিজনাৰ অনুভূতিৰ স'তে একান্ত বোধ নজন্মিলে তেওঁৰ কবিতা নিজে বুজা আৰু আনক বুজাবলৈ যোৱাত যথেষ্ট অসুবিধা আহি পৰে। সাধাৰণ পাঠকে কবিতা পঢ়া আৰু ছাত্ৰ-ছাত্ৰীয়ে কবিতা পঢ়াৰ মাজত পাৰ্থক্য আছে। সাধাৰণ পাঠকে আনন্দ লাভৰ বাবে কবিতা পঢ়ে আৰু ছাত্ৰ-ছাত্ৰীয়ে কবিতা পঢ়ে পৰীক্ষাত অহা প্ৰশ্নৰ উত্তৰ শুদ্ধকৈ লিখিবৰ বাবে। তাত হৃদয়তকৈ বুদ্ধি আৰু মগজুৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। তেন্তে শ্ৰেণীত পঢ়োৱা কবিতা আৰু সাধাৰণ পাঠকৰ কবিতাৰ মাজত পাৰ্থক্য থকাটো উচিত নেকি? আচলতে কবিতা ভাল পাবলৈ হ'লে কবিতাৰ আঁৰৰ আবেদনখিনিক পাঠকে হৃদয়ঙ্গম কৰিব পাৰিব লাগিব। সেই আবেদনৰ শীৰ্ষবিন্দুত কবি আৰু পাঠক একীভূত হ'ব পাৰিব লাগিব।

মৈথুনৰত এহালি ক্ৰৌঞ্চ চৰাইৰ এটি ব্যাধৰ হাতত মৃত্যু হোৱা দেখি বাল্মীকিৰ মুখেৰে উচ্চাৰিত হৈছিল প্ৰথম ফাঁকি কবিতা, য'ত নিহিত হৈ আছিল শোকাৰ্ত হৃদয়ৰ কৰুণ বিননি। বৰ্তমানৰ জটিল জগতখনত চৰাই নালাগে, নিৰপৰাধী মানুহৰ মৃত্যু দেখি কবিসকলৰ হৃদয়ত শোকৰ দোলনি কিমান গভীৰ? বাল্মীকিৰ কবিতাৰ দৰে কালজয়ী শোক কবিতাৰ সৃষ্টি আশা কৰিব পৰিনে? ইয়াতো চিন্তাৰ অৱকাশ আছে। ৰোমাণ্টিক যুগ অথবা পৰৱৰ্ত্তী যুগৰ কবি সকলতকৈ বৰ্ত্তমানৰ কবিসকলৰ অধ্যয়নৰ পৰিসৰ বিস্তৃত। সেয়ে নতুন নতুন আংগিক, আধুনিক বিষয়বস্তুৰ প্ৰতি তেওঁলোকৰ স্পৃহা অধিক। গতিকে তেনে কবিতা ভালপাবলৈ অথবা বুজিবলৈ পাঠকৰ অধ্যয়নৰ পৰিসৰো বিস্তৃত হোৱাৰ দৰ্কাৰ। ইয়াৰ বিপৰীত ফল হিচাপে কবিতা পাঠকৰ মাজত দুৰ্বোধ্য হৈ পৰে। আনন্দ দানেই কবিতাৰ প্ৰধান লক্ষ্য আৰু উদ্দেশ্য বুলি ক'লৰিজে মত প্ৰকাশ কৰিছে। তেওঁৰ মতে কবিতা বিজ্ঞানৰ বিপৰীত বস্তু। কবিতাই সত্য উদ্‌ঘাটন নকৰে। কিন্তু আজিৰ কবিতাই সত্যৰ আশ্ৰয় লৈ স্বৰূ



চিত্ৰ এখনি কবিতাত ফুটাই তোলে। এনে কবিতা বহু তৰুণ কবিয়ে ৰচনা কৰিছে। সৰ্বসাধাৰণৰ দুৰ্বিসহ জীৱনলৈ লক্ষ্য কৰি 'গণতন্ত্ৰ' কবিতাত খবিৰ আহমেদে লিখিছে,

"কি নকৰিলে সিহঁতে মানুহজনক
অকাৰণ অহেতুক তেওঁক মাৰিবলৈ সিহঁত খেদি আহিল
চৈধ্য পুৰুষৰ নাম ধৰি সিহঁতে তেওঁক অশ্লীল গালি গালাজ পাৰিলে
দূৰৈৰপৰা শিলগুটি নিক্ষেপ কৰি সিহঁতে মানুহজনক ক'লে ঃ
তুমি পাগল, তুমি বুৰ্বক, তুমি তস্কৰ, তুমি স্তাবক, তুমি ভেৰোণীয়া
তাৰপিছত সিহঁতে ভৰিত বুটজোতা আৰু হাতত বিদেশী বন্দুক তুলি দি
বলিয়া কিছু মানুহ লগাই দিলে মানুহজনৰ পিছত।"

আজিকালি 'এমুঠি কবিতা' বুলি এক, দুই আদি চিহ্নৰে কবিতা লিখা দেখা যায়। যিহেতু কবিতাত এটা বিষয়বস্তু, এটা ভাৱ নিহিত হৈ থাকে, সেয়ে প্ৰতিটো কবিতাৰে নামকৰণৰ প্ৰয়োজনীয়তা আছে। নামকৰণৰ এক বিশেষ তাৎপৰ্য্য আছে। ইয়াতেই নিহিত হৈ থাকে মূলভাৱৰ আধাৰ। তদুপৰি কেতিয়াবা ই প্ৰতীকি অৰ্থত ব্যহাৰ হৈ ব্যঞ্জনাৰ সৃষ্টি কৰে।

মাজে মাজে আনৰ অন্ধ অনুকৰণেৰে কবিতাক চলাই নিয়া যেন অনুভৱ হয়। সাধাৰণ বস্তুত 'খাটি' শব্দটোৰ অভাৱ আজিকালি বাৰুকৈয়ে অনুভৱ কৰা যায়। সেয়ে হয়তো পতিয়ন নিয়াবলৈ 'খাটি সৰিয়হ তেল', 'খাটি ঘিঁ' আদি বিজ্ঞাপনৰ প্ৰচলন হৈছে। কবিতাতো 'খাটি' শব্দটোৰ যেন প্ৰয়োজন হৈছে। কিন্তু অনুকৰণৰ দ্বাৰা সৃষ্ট কবিতাতকৈ স্বঅনুভূতি সৃষ্ট কবিতাহে সাৰ্থক সৃষ্টি হিচাপে পৰিগণিত হ'ব পাৰে।

কবিতাৰ বিচাৰ কৰা হয় তিনিটা বিশেষ দিশৰ ওপৰত গুৰুত্ব আৰোপ কৰি। সেই তিনিটা হৈছে—আনন্দ, সৌন্দৰ্য্য আৰু নীতি। এৰিষ্টটলে তেওঁৰ 'পয়েটিক্স'ত কৈছে যে শ্ৰেণীভেদে কবিতাই এক বিশেষ আনন্দৰ সঞ্চাৰ কৰে। ১৯৫২ চনতে সাহিত্যিক হোমেন বৰগোহাঞিয়ে ৰামধেনুৰ পাতত লিখিছে, "কাব্যত আধুনিকতা কি বস্তু, সেই প্ৰশ্নৰ উত্তৰ একেষাৰ কথাতে দিয়া সহজ নহয়। কিয়নো 'আধুনিক' শব্দটোৰেই অনেক সময়ত সময় সাপেক্ষে নহয়;

ই কিছুমান বিশেষ লক্ষণৰ দ্বাৰাহে চিহ্নিত।" দেখা যায় যে সময়, ৰুচিৰ পৰিৱৰ্তন আৰু ইতিহাসৰ বিষয় আৰু ঐতিহ্যৰ জনপ্ৰিয়তাৰ ওপৰত নিৰ্ভৰ কৰি মানুহৰ ৰুচি আৰু অনুভূতিত পৰিৱৰ্তন আৰু বৈচিত্ৰ্য আহি পৰিছে। সামাজিক চেতনাই কবিসকলক জোকাৰি যোৱাত শব্দ-ভাৱৰ সংমিশ্ৰণত মানুহৰ হৃদয়লৈ কঢ়িয়াই আনিছে তেজোদ্দীপ্ত চৈতন্য। আনন্দ, আৰু নীতিক কিমানজন পাঠকে কবিতা অধ্যয়নৰ সময়ত গ্ৰহণ কৰে সেই কথাও ভাৱিবলগীয়া।

নিঃসন্দেহে কবিতাই পাঠকক আনন্দ প্ৰদান কৰে। এইখিনিতে মনত প্ৰশ্ন হ'ব পাৰে—কবিতা কোনে, কিয় পঢ়ে? কবি অথবা কবিপ্ৰকৃতিৰ মানুহে কবিতা পঢ়ে। দ্বিতীয়তে, কিছু পাঠকে নিৰ্বাচিত কবিৰ আৰু যিকোনো কবিৰ নিৰ্বাচিত কবিতাহে পঢ়ে। কিছুমানে আকৌ কবিতাৰ প্ৰতি আগ্ৰহ থাকিলেও কবিতা নপঢ়ে। গতিকে কবিসকলে পাঠকৰ নিৰ্বাচিত কবিৰ তালিকাত অন্তৰ্ভুক্ত হ'বলৈ পাঠকৰ মনত আনন্দ প্ৰদান কৰিব পৰাকৈ কবিতা ৰচনা কৰিব পাৰিব লাগিব। এইখিনিতে আকৌ আন এটা প্ৰশ্ন হ'ব পাৰে যে— কবিতাৰ সৃষ্টি হয় কাৰ বাবে? অনুভূতিৰ প্ৰকাশৰ তাড়নাতে যেতিয়া কবিয়ে কবিতা ৰচনা কৰে, তেতিয়া প্ৰথমজন পাঠক কবি নিজেই হয়। ৰোমাণ্টিক কবিৰ কবিতাত সেই কথা স্পষ্ট। যতীন্দ্ৰনাথ দুৱৰাই কৈছে,

"মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ
গানৰ শেষত গাওঁতা শুনোতা দুয়ো
এক হৈ পাৰকে নাপাওঁ।"

উল্লেখযোগ্য যে, যতীন্দ্ৰনাথ দুৱৰাই তেওঁৰ বেছিভাগ কবিতাৰ কাষতে 'Not to be published' বুলি লিখি থৈছিল। ইয়াৰ পৰা এই কথাটোৱে প্ৰতীয়মান হয় যে দুৱৰাই আত্মসন্তুষ্টিৰ বাবেহে কবিতা ৰচনা কৰিছিল। কিন্তু কবিসকলৰ সৰ্বসাধাৰণৰ প্ৰতি এক দায়িত্ব আছে। সেয়ে তেওঁলোকে মনৰ খবৰ পাঠকলৈ প্ৰেৰণ কৰিব লাগিব। কবিতা নিজে শুনাৰ লগতে আনকো তেওঁলোকে শুনাব পাৰিব লাগিব। তাৰবাবে কবিতা হ'ব লাগিব সহজবোধ্য, আনন্দদায়ক আৰু হৃদয়পৰশা। এইক্ষেত্ৰত শব্দ, ছন্দ, প্ৰকাশভঙ্গী, ব্যঞ্জনা আদিৰ বিশেষ ভূমিকা আছে। অসমীয়াত এষাৰ কথা আছে—'গৰুৰ আগত টোকাৰী বায়, শিং



জোকাৰি ঘাঁহ খায়।' সকলোৱে কাব্যৰস গ্ৰহণ কৰিব নোৱাৰে। গতিকে সহৃদয় পাঠকেহে কবিতা পঢ়ি আনন্দ লাভ কৰিব পাৰে। কবিসকলেও তেনে পাঠকৰ আগতহে কবিতা মুকলি কৰিব লাগে। পাঠকে অনুভূতিপূৰ্ণ হৃদয়েৰে কবিতাক গ্ৰহণ কৰিব পাৰিলে কবিৰ কাব্যসৃষ্টিৰ সাৰ্থকতা আহি পৰে। গতিকে কবি আৰু পাঠকৰ মাজৰ সম্পৰ্ক অতি নিবিড়। পাঠকে সাধাৰণভাৱে কবিতাৰ মাজত সহজবোধ্যতাহে বিচাৰে। সেয়ে নতুন কবিৰপৰাও আমি তাকেই আশাকৰোঁ।

ৰোমাণ্টিক ধাৰাৰ আদৰ আৰু জনপ্ৰিয়তাৰ প্ৰথম কথাটোৱে হ'ল ইয়াৰ সহজবোধ্যতা। ৰোমাণ্টিক কবিসকলে মনোগত কল্পনাৰে কবিতা সৃষ্টি কৰিছিল। সেই কল্পনা আছিল সাধাৰণ মানুহৰ অন্তৰ চুই যোৱা বিধৰ। ইয়াৰ পিছৰ কবিতাত যি প্ৰতিবাদী কণ্ঠ ধ্বনিত হৈছিল, তাৰমাজতো ৰোমাণ্টিক দৃষ্টি লক্ষ্য কৰা যায়। ৰোমাণ্টিক কবিতাৰ আশাবাদ পৰৱৰ্ত্তী কবিতাত ধ্বনিত হৈছে। সাধাৰণ মানুহৰ প্ৰতি আশাৰ বাতৰি কঢ়িওৱা হেম বৰুৱাই কয়,

"তোমাৰ লাৱনী দুবাহুত একোটা মেটমৰা ডাঙৰিৰ বল
আমাৰ বাহুত।
হেজাৰ যুগৰ শৌৰ্য্য-বীৰ্য্য। হাতত তোমাৰ কাঁচিৰ নাচ।
চকুৰে নমনা সোণালী ধান। কপালত কেঁচা মুকুতাৰ থোপা
চেনাই ঐ মৰণা মাৰোঁগৈ আহা।"

ৰোমাণ্টিক ধাৰাটো চিনা-অচিনা কৈ পৰৱৰ্তী কবিতাৰ মাজত প্ৰৱাহিত হৈ আহিছে। ৰোমাণ্টিক যি কল্পনা, যি আৱেগপ্ৰৱণতা, প্ৰকৃতিৰ প্ৰতি যি সন্মোহন—এই আটাইবোৰৰ প্ৰতি নতুন চাম কবিও আকৃষ্ট হৈছে অথবা এইবোৰ বিষয়ক তেওঁলোকে কবিতাত প্ৰকাশ কৰিছে। যদিও সমাজৰ সমস্যা, অন্যায়, নিষ্পেষণ, মানৱতাৰ অৱক্ষয় আদিয়ে এইসকল কবিক চিন্তান্বিত কৰি তোলে, তথাপি তাৰমাজতো নান্দনিক সৌন্দৰ্য্যৰ সন্ধানত তেওঁলোক আগবাঢ়ি যায় ৰোমাণ্টিক উচ্ছ্বাসেৰে। প্ৰকৃততে ৰমন্যাসিকতাই প্ৰতিটো যুগৰ প্ৰতিগৰাকী কবিকে চুই যায়। সেয়ে ৰোমাণ্টিক ধাৰাটোৰ অৱসান ঘটা বুলি ক'ব নোৱাৰি। ধাৰাটো সাময়িকভাৱে স্থবিৰ হোৱাৰ উপক্ৰম ঘটিছিল। কিন্তু সেই ৰোমাণ্টিক ধাৰাটো সাম্প্ৰতিক কালতো প্ৰৱহমান হৈ আছে। নতুন কবিচামৰ মাজত এক নতুন প্ৰত্যাশাই ৰোমাণ্টিক আৱেশ গাত সানি লৈ জীপ লৈ উঠিছে। দুই এজন কবিৰ কবিতাত মাৰ্ক্সৰ দৰ্শন এতিয়াও পৰিস্ফুট হৈ আছে। যতীন্দ্ৰকুমাৰ

বৰগোহাঞি, হৰপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞি, সুভাষ সাহা, দিলীপ ফুকন আদিৰ কবিতাত সেই সুৰ এতিয়াও পৰিস্ফুট। সমাজৰ অৱক্ষয়ৰ ৰূপ লক্ষ্য কৰি যতীন্দ্ৰকুমাৰ বৰগোহাঞিয়ে কৈছে,

"ৰাহুৰ পেট
কেতুৰ মুখ
তেজ বৰষুণ তেজ বৰষুণ
পানী-জাপি তোৰ তেজেৰে ঢকা
(শান্তিপ্ৰিয় সাৰিবি ক'ত
তেজ বৰষুণ তেজৰ বান দোকোলটকা)।"

নতুন প্ৰত্যাশাৰ স্বৰূপ বুটলি অনা কবিসকলে ৰোমাণ্টিক উচ্ছ্বাসৰ মাজত মোহনীয় আৰু স্পষ্ট চিত্ৰকল্প দাঙি ধৰে। নীলিম কুমাৰে এটা কবিতাত লিখিছে,

"কি নিলাজ কলহবোৰ
কেনেকৈ চাই থাকে
গা ধুই থকা তিৰোতাবোৰ।"

তেওঁৰ 'চেৰাপুঞ্জিৰ কুঁৱলী'ত যি চিত্ৰকল্প পৰিস্ফুট হৈছে, সি অন্তৰৰ নিভৃত কোণত শীতল অনুভূতিৰ সৃষ্টি কৰে।

"থৰ লাগিছিল পাইন গছবোৰ আৰু শিলবোৰৰ
ফাঁকত গজি উঠা দীঘল দীঘল ঢেকীয়াবোৰ, যিবোৰ
হাউলি থাকে বতাহক থপিয়াবলৈ।"

ৰোমাণ্টিক যুগৰ কবিসকলৰ সূক্ষ্ম বস্তুৰ প্ৰতি আছিল গভীৰ দৃষ্টি। নিয়ৰৰ টোপাল, দুবৰিৰ এখিলা পাত, মানিমুনি শাক এই সকলোবোৰেই অভিনৱ ৰূপত তেওঁলোকৰ কবিতাত ঠাই পায়। সেইদৰে শিলৰ ফাঁকত গজা ঢেকীয়াবোৰেও নীলিম কুমাৰৰ দৃষ্টি আকৰ্ষণ কৰিছে। ৰোমাণ্টিক ভাৱোচ্ছাসে নীলিম কুমাৰৰ কবিতাক প্ৰদান কৰিছে এক মঞ্জুল ৰূপ। তেওঁৰ কবিতাত চিত্ৰিত প্ৰেমৰ মাজত পাঠকে বিচাৰি পায় হৃদয়খনক।

"সকলো মানুহৰ বুকুতে



এখন আকাশ থাকে
কিন্তু কোনেও
নিজৰ ভিতৰলৈ মূৰ তুলি নাচায় সেই আকাশ
যি সকলে প্ৰেমত পৰে
তেওঁলোকে হঠাৎ দেখিব পাৰে
নিজৰ বুকুত থকা এই আকাশখন।"

সেউজবুলীয়া ধাননিৰ সৌন্দৰ্য্যই কবি কৌস্তভমণি শইকীয়াক আকৰ্ষণ কৰে। তেওঁৰ 'ধাননিৰ গান' কবিতাটোত বিচাৰি পোৱা যায় জীৱনৰ জটিলতা আৰু হৃৰিৎ বৰণ।

"নিচিগা সুৰত গুণ গুণাই থাকে ধাননিখনে
গোছে গোছে বিয়পি পৰে জিৰ জিৰ তান
ফৰিংবোৰ মিলি থাকে সেউজীয়াত
বতাহ ফালি উৰি আহে বালিমাহী এজাক।"

অসমৰ মিচিং জনগোষ্ঠীৰ মাজৰপৰা আহি আধুনিক অসমীয়া কবিতা ৰচনা কৰা জীৱন নৰহৰ কবিতাৰ সুকীয়া আৱেদনৰ মাজত ৰমন্যাসিকতাৰ ঢৌ উঠিছে। তেওঁ প্ৰেমৰ কবি, প্ৰকৃতিৰ কবি। বিশ্বপ্ৰকৃতি আৰু মানৱ হৃদয়ৰ মাজত এক অৱধাৰিত সম্পৰ্ক আছে আৰু এই সম্পৰ্কৰ বাবেই মানুহে প্ৰকৃতিৰ মাজত বিচাৰি পায় গভীৰ প্ৰশান্তি। কবি জীৱন নৰহৰ কবিতাত সেইখন প্ৰকৃতি জগত চিৰ বিদ্যমান। নৰহে কেতিয়াবা পোনপটীয়াকৈ আৰু কেতিয়াবা উপমা, প্ৰতীকৰ ৰূপত প্ৰকৃতিক কবিতাৰ মাজত অঙ্কিত কৰিছে। জোনাক ৰাতিৰ নৈৰ অনন্য ৰূপত মোহিত হৈ তেওঁ লিখিছে,

"বুদ্ধ পূৰ্ণিমাৰ ৰাতি জোন আৰু নদীৰ যেতিয়া ফুলশয্যা হয়।
মাছমৰীয়া নাৱে দুচিৰা কৰে সহবাসৰ কোমল বিচনা।"

বিৱৰ্তনৰ চিত্ৰ অঙ্কন কৰিবলৈ লৈ তেওঁ লিখিছে,

"দোকানৰপৰা আনি
মোক গৰম পানীত ধুলে
ৰ'দৰ স'তে দুদিন উৰি ফুৰিলো

জিঞ্জাবোৰৰ লগত
ৰ'দৰপৰা আনি
এন্ধাৰ এনিশা সপোন ৰাজ্যত শুৱাই থ'লে
সপোনত উঘা আৰু চেৰেকীৰ স'তে কিছুকথা পাতিলোঁ।
তাৰপিছত গাভৰু হ'লোঁ
চেৰেকীৰ ডিঙিত পিন্ধাই দিলে মোক
এতিয়া তাইৰ আঙুলি কেইটাৰে
মহুৰা এটাৰে সৈতে নাচি আছোঁ।"

এই সূতাই কেতিয়াবা প্ৰেমৰ মাদকতা হৈ প্ৰতিশ্ৰুতিৰ বাৰ্তা কঢ়িয়াই আনে।

"তুমি মোক ভাল পালে
চাৰি মুঠি হালধীয়া সূতা কিনি দিম।"

* * * * * *

"আবেলিলৈ দুয়ো ওলাই যাম
আবেলি ৰঙৰ চাৰিমুঠি সূতা কিনিম
তোমাৰ আৰু মোৰ বাবে
আয়ে সূতাৰ ৰং দেখি
তোমাৰ নামত উছৰ্গা কৰিব মোক।"

তেওঁৰ 'চৰাই মাতৰ দৰে' এটা সুন্দৰ প্ৰেমৰ কবিতা। 'ধানৰ থোকৰ দৰে তুমি ঈষৎ গুলপীয়া কিবা এটা গোন্ধত', 'বতাহে কটা কলপাতৰ লিহিৰি চুলিৰে' আদি উপমাৰ মাজত তেওঁ প্ৰকৃতিৰ ৰূপটোও টানি আনিছে। দৈহিক প্ৰণয়ৰ ৰসঘনত্বৰে আবৃত্ত তেওঁৰ কবিতাৰ অন্তৰালত তেওঁৰ বিস্ময়াৱিষ্ট মনৰ ছবি ফুটি উঠিছে। কেতিয়াবা এই বিষয় আৰু লোক কবিতাৰ সন্মিলিত ৰূপত অনুভূতিৰ প্ৰকাশ ঘটিছে। ৰোমাণ্টিক যুগৰ কবিসকলো বিস্ময়ৰ মহাসমুদ্ৰত বুৰি অনুভূতিপ্ৰৱণ হৈ পৰিছে আৰু তাৰ মাজত উদ্‌ঘাটন কৰিছে অসীম সৌন্দৰ্য্য। জীৱন নৰহৰ বিস্ময়ৰ মাজতে অনুভূতিয়ে প্ৰেমৰ ৰূপ লৈ সন্মোহনৰ সৃষ্টি কৰিছে। জনজাতীয় জীৱনৰ নিৰ্ভেজাল প্ৰেমৰ বন্যাই তেওঁক শিকাইছে উদাৰতাৰ মুকলি পাঠ। জোন, তৰা, গছ, ফুল, নাও, চৰাই, বাঁহী, বৰষুণ আদিৰ মাজেৰে জীৱন, যৌৱন, সমাজ, প্ৰেম, বিষাদ, আনন্দৰ চিত্ৰ আঁকি কবিজনাই



বিচিত্ৰ ৰঙৰ বৰণেৰে জীৱনৰ সংবাদ ৰচিছে। প্ৰকৃতিৰ সেউজীয়াতে জীৱন বিচাৰি পোৱা কবিজনাই ৰঙা ৰঙৰ মাজত বিচাৰি পাইছে প্ৰেমৰ অনুৰাগ। ৰোমাণ্টিক কবিৰ দৰেই প্ৰেম সৰ্বস্ব কবিৰ বাবে জনজাতীয় জীৱনৰ মাদকতা কাব্যসৃষ্টিৰ এক নিটোল আহিলা বুলি ক'ব পাৰি। তাত অৰিহণা যোগাইছে প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্যই। এই সৌন্দৰ্য্য গ্ৰাম্য সজীৱতাৰে পৰিপূৰ্ণ।

প্ৰকৃতিৰ সান্নিধ্য আৰু বৰ্ণনাৰ স'তে মানুহৰ হৃদয়ৰ যোগসূত্ৰ যে অতি নিবিড়, সেইকথা গংগামোহন মিলিৰ কবিতাই প্ৰমাণ কৰে। তাৰবাবেই হয়তো তেওঁৰ কবিতাৰ এক সুকীয়া আকৰ্ষণ আছে। কবিগৰাকী প্ৰকৃতিৰ প্ৰতি স্নেহশীল আৰু বিশ্বাসভাজন। প্ৰকৃতিৰ বিচিত্ৰ সৌন্দৰ্য্য আৰু সমলৰ মাজতে তেওঁৰ কবিতাৰ আৰম্ভণি। কবিতা এটাৰ আৰম্ভণিৰ সময়তে তেওঁৰ দুচকুত ভাঁহি থাকে প্ৰকৃতি আৰু সেই প্ৰকৃতিৰ স'তে মানুহৰ সম্পৰ্কৰ মনোৰম ছবি। সেয়ে হয়তো ৰোমাণ্টিক যুগৰ কবিৰ দৰেই প্ৰকৃতি আৰু গ্ৰাম্যজীৱনক তেওঁ কবিতাৰ মাজত তুলি ধৰিছে। আঘোণৰ মনোৰম চিত্ৰখনি তেওঁৰ কবিতাত প্ৰকাশ পাইছে এনেদৰে,

"কুঁৱলীত ডুবি আছে
বহুৰঙী পথাৰৰ
প্ৰহৰী টঙিঘৰ
অ' মোৰ অঘাইটং কৈশোৰ
ডিঙিত শুই আছে নে তোৰ
চৰাই চমকি উঠা চিঞৰ!"

সোণোৱালী শইচেৰে ভঁৰাল ওপচাই পেলোৱা বহু আকাঙ্ক্ষিত আঘোণ আহে আহিনৰ হাতত ধৰি।

"আহিনৰ হাতত ধৰি আহি আছে
আকাংক্ষিত সোণালী আঘোণ
বুকুৰ বান্ধৈ ঐ
একাদশী জোন যেন
ভলুকা বাঁহৰ বিৰিয়াপাট
সাঁচি থৈছ নে নাই?

গংগামোহন মিলিয়ে প্রকৃতিৰপৰা সুৰৰ পাঠ শিকিব খুজিছে।

"কহুঁৱা বনৰো যে নিজা সুৰীয়া সুৰ আছে।
এই সুৰৰ পাঠ শিকিবৰ বাবে চাপৰিত বহুদিন-বহুৰাতি
কটাই আহিছোঁ।"

ইংৰাজ কবি ৱৰ্ডছ্বৰ্থেও প্ৰকৃতিৰপৰা শিক্ষা লাভ কৰাৰ কথা কৈছে কবিতাৰ মাজেদি। ৰঘুনাথ চৌধাৰীৰ কবিতাতো সেই কথা বিদ্যমান। প্ৰকৃতিৰ সত্তাই গংগা মোহন মিলিৰ কবিতাক সৌন্দৰ্য্য প্ৰদান কৰিছে। কবিতাৰ শব্দ তেওঁৰ দেহৰ সৰ্বত্ৰতে ব্যপ্ত হৈ আছে। সেয়ে প্ৰকৃতিৰ স'তে শব্দৰ খেল খেলি, শব্দৰ মাজেদিয়ে তেওঁ চিনাকি দিয়ে 'অনাগত দিনৰ প্ৰেমিক কবি' বুলি। বটবৃক্ষৰ দৰেই কবিৰ প্ৰকৃতি। সেয়ে তেওঁ লিখিছে,

"কবিয়ে প্ৰতিপন্ন কৰিব বিচাৰে
সংকট কালতো নিজৰ অৱস্থান
যিদৰে বিধ্বংসী বা-মাৰলীৰ মাজতো
মূৰ দাঙি থিয় হৈ ৰৈ থাকে বটবৃক্ষ।'

অৰ্চনা পূজাৰীৰ 'পথাৰ' কবিতাটোত আঘোণৰ ছবি প্ৰতিফলিত হৈছে।

সোণালী ৰুমালৰ দৰে আঘোণৰ পথাৰে
সেউজীয়া আঁচলেৰে শাওনক সাৱটি আছিল।"

'কবিতাৰ শৰীৰ কেনেকুৱা হ'ব লাগিব, কবিতা কিমান ধুনীয়া হ'লে তাত আত্মা থাকিব, কিমান হৃদয়বান হ'লে পাঠকে বিচাৰি পাব প্ৰেমৰ ছাঁ'—এই সম্পৰ্কে লাচিত বৰ্মন অজ্ঞাত যদিও কবিতাত ৰোমাণ্টিক সুবাস ঢলাত তেওঁ কাৰ্পণ্য কৰা নাই। ৰোমাণ্টিক কবিৰ দৰেই বিষন্নতাক আদৰি তেওঁ কয়,

"মোৰ ঠিকনা—
বিষন্ন দিনৰ দুপৰীয়াক সুধিবা।"

যোগেশ কিশোৰ ফুকনৰ কবিতাত কল্পনা প্ৰধান আছিলা। কল্পনাৰ জৰিয়তে তেওঁ প্ৰেয়সীৰ স'তে যোগসূত্ৰ স্থাপন কৰিছে অভিনৱভাৱে। 'জখলা' কবিতাত তেওঁ লিখিছে,

"গহৰা গছত তোক আওজাই



কপৌফুল ছিঙিছো জখলা
তোৰপৰাই আৰম্ভ হওক প্ৰেয়সীৰ কবৰীলৈ
এটা মিহি আলিবাট।"

"নয়নমণি নৈ এখন' কবিতাত তেওঁ লিখিছে,

"মিচিক মাচাক হাঁহি মাৰি
নয়নমণি নৈ এখন
বৈ থাকে
বুকুৰ অন্তেষপুৰত।"

দুখৰ বিলাসত মজি লাচিত বৰ্মনে আনৰ দুখতো দুখান্বিত হ'ব পাৰে। এজনী বানে ধোৱা ছোৱালীৰ দুখত এয়া যেন কবিগৰাকীৰ অন্তৰৰ গভীৰ আশ্বাস—

"যাওঁ বুলি হুৰমুৰকৈ—
অবিশ্বাসী মেঘৰ পাল তৰা
যদি দিব পাৰা মোৰ চকুৰ কজলা ডাকত
তোমাৰ বেথাভৰা বৰষুণৰ চিঠি
হঠাৎ, কেতিয়াবা.........
বিশ্বাস কৰা মই সযতনে ৰাখিম তোমাৰ দুখৰ
ৰাতিৰ ছাঁ।

যোগেশ কিশোৰ ফুকনৰ অনুভৱে কল্পনাৰ ৰোকোচাত উঠি আকাশ-পাতাল ভ্ৰমি ফুৰে। সেয়ে অনুপম অনুভৱেৰে ৰোমাণ্টিক সুচ্ছাস ঢালি তেওঁ কয়,

"যুক্তিৰ নিলগত
ব্যাখ্যাৰ বাহিৰত
এলাপাকতে জঁপিয়াই উঠে
শিল্পময় অনুভৱৰ হৰিণা পোৱালি
ৰূপবান হৈ উঠে বুকুৰ উপত্যকা
অঘৰী চৰাই হৈ তিনিতিলিকতে ভ্ৰমি আহে

দুখন পাহাৰ এখন ভৈয়াম।”

বিপুলজ্যোতি শইকীয়া এগৰাকী প্ৰকৃতি প্ৰেমী কবি। প্ৰকৃতিৰ বিভিন্ন বস্তুৰ প্ৰতি তেওঁৰ আকৰ্ষণ আছে; কিন্তু তাৰ ভিতৰত নদীৰ প্ৰতি থকা তেওঁৰ আকৰ্ষণে পাঠককো আকৰ্ষিত কৰে।

“নদীৰ কোনো নিজস্ব শৰীৰ নাই;
নদী নাৰীৰ দৰে
স্বপ্নৰ ভিতৰৰ আশ্চৰ্য্য নিৰ্মাণ।”

মানৱ জীৱনৰ স'তে সংপৃক্ত প্ৰেম, বিষাদ, আনন্দ—এই সকলো বোৰেই তেওঁৰ কবিতাত থূপ খাইহি। তাৰমাজতো ব্যক্তিকেন্দ্ৰিকতাই তেওঁৰ কবিতাত সানি দিয়ে ৰমন্যাসিকতাৰ প্ৰলেপ। তেতিয়াই তেওঁ কয়,

“নিজৰবাদে আন কাকো মই আজিকালি ভালদৰে নাজানো,
আৰু সেই বাবেই মোৰ কবিতাৰ সৰ্বত্ৰ নিজৰেই ছবি আৰু গান।”

ৰোমান্টিক যুগৰ কবি যতীন্দ্ৰনাথ দুৱৰায়ো তেওঁৰ কবিতাক গান বুলি কৈ তাৰমাজত ব্যক্তিকেন্দ্ৰিকতা আৰোপ কৰিছে।

এম, কামালুদ্দিন আহমেদৰ কবিতাত কল্পনাৰ স্ফূৰণ আৰু সপোনৰ মাদকতা মন কৰিবলগীয়া। বেদনাৰপৰাই প্ৰেমৰ জন্মৰ সংবাদ তেওঁৰ কবিতাই কঢ়িয়াই আনিছে। এইক্ষেত্ৰত তেওঁৰ কবিতাত প্ৰতীকৰ প্ৰাচুৰ্য্য লক্ষ্য কৰা যায়। ৰোমান্টিক যুগৰ কবিতাত প্ৰতিফলিত বিষাদগ্ৰস্ততাই কামালুদ্দিনৰ কবিতাকো আচ্ছন্ন কৰি ৰাখিছে। ৰোমান্টিক কবিসকলে নিজাববীয়াকৈ একোখন মনোৰম জগত সৃষ্টি কৰি লৈছিল। এইখন জগত কল্পনাৰে সৃষ্টি কৰা এখন আঁচুতীয়া জগত। কামালুদ্দিনেও কল্পনাৰে এখন জগতৰ সৃষ্টি কৰি লৈছে যদিও তাত যেন নিৰাপত্তাৰ অভাৱ। কবিগৰাকীয়ে প্ৰেমৰ কল্পনা কৰে; কিন্তু সেই প্ৰেমে শান্তিৰ বাৰ্তা বহন কৰিব নোৱাৰে। এনেদৰেই তেওঁৰ কবিতাত ধ্বনিত হৈছে ৰোমান্টিকতাৰ সুৰ।

অনুভৱ তুলসীৰ কবিতা—যাৰ আভৰণ হ'ল সৌন্দৰ্য্য, সেই কবিতাৰ মাজতো বিৰিঙি উঠে ৰোমান্টিক চেতনা। অতি সহজ-সৰল ভাষাৰে তেওঁ অন্তৰৰ অনুভূতিক কাব্যিক ৰূপ প্ৰদান কৰে। এটি উদাহৰণ ঃ



“পাটীত বাগৰ দিছিলোঁ
তেনেতে কোনোবাই আহি
দুৱাৰত টোকৰ দিলে
আগচোতালত সূৰুয।”

কামালুদ্দিনে এখন সুকীয়া জগত সৃষ্টি কৰি লোৱাৰ দৰে বিমানকুমাৰ দলেও কল্পনাৰ সহায়ত এখন আদৰ্শ জগত গঢ় দি লৈছে। কল্পনা আৰু প্ৰকৃতি তেওঁৰ কবিতাৰ মূল উপজীব্য। প্ৰকৃতিৰ মাজত তেওঁ বিচাৰি পায় শৈশৱৰ আনন্দক। সেয়ে আকাশ, ৰ'দ, নৈ, বিল, জোন, জোনাক, বতাহ, বৰষুণ—এই সকলোবোৰেই তেওঁৰ কবিতাত প্ৰধান উপজীব্য হৈ ধৰা দিয়ে। মিচিংসকলৰ উৎসৱক কেন্দ্ৰ কৰি তেওঁ কবিতা ৰচনা কৰোঁতে বৰ্ণনাৰ মাজত প্ৰেমৰ সঞ্চাৰ ঘটাইছে।

“কঠীয়াতলিত
ঘন ঘনকৈ পাৰিবি
গানৰ গুটি
সঁচৰ এজাত
পাৰ চৰাইৰ দৰে
চকু পিৰিকিয়াই
জুপুকা মাৰি বহি থাকিব
চৌপাশে তোৰ
নিঃকিন কবি।”

কামালুদ্দিনৰ 'হাঈমু' কবিতাটিতো এনেধৰণে লোককথাৰ পটভূমিত ৰোমান্টিক প্ৰেমৰ উন্মেষ ঘটিছে।

গুণেশ্বৰ সোণোৱালে মনোৰমভাৱে প্ৰেমৰ চিত্ৰ অঙ্কিত কৰিছে কবিতাৰ মাজত। প্ৰেমৰ কমণীয়তাই কবিৰ হৃদয়ক যেন আচ্ছন্ন কৰি ৰাখিছে।

“মোৰ প্ৰেমৰ অনুভৱে অনুভৱে
তোমাৰ লিহিৰি হিয়াৰ ভাষা
মই বাৰু কেনেকৈ বুজো?”

বৰ্তমান সমাজৰ আতঙ্কই বৰ্ত্তমান সময়ৰ কবিসকলকো চিন্তান্বিত কৰি তুলিছে। এনে চিন্তাই তেওঁলোকৰ ভাৱনাক অধিক তীব্ৰ কৰি তোলাৰ লগতে মানৱতাবাদক উপলব্ধি কৰিবলৈ উদগণি যোগাইছে। তেজীমলাৰ নিৰ্য্যাতনৰ কাহিনীয়ে চন্দ্ৰকুমাৰ আগৰৱালাক মানৱতাবাদী কবিতা সৃষ্টিত অৰিহণা যোগোৱাৰ দৰে আধুনিক সমাজত বনকৰা ছোৱালীৰ প্ৰতি কৰা নিৰ্য্যাতনৰ কাহিনীয়ে নীলিমা ঠাকুৰীয়া হকৰ কলমকো জোকাৰি গৈছে।

"মিউ মিউ কৰিছিল তাই
চুৰ কৰি খাইছিল তাই সোণালী
এটুকুৰা ভজা মাছ
গুজৰিছিল গিৰীহঁতে। সৰোষ ঢকাত
কৃশ শৰীৰ হৈছিল কেৰেলুৱা।'

ইয়াৰ অন্তৰালত কবিগৰাকীৰ মানৱ প্ৰেমৰ ইঙ্গিত পোৱা যায়।

শব্দৰ বোকোচাত উঠি শান্ত-সমাহিত অৱস্থাৰ বাৰ্তা কঢ়িয়াই আনে মনহৰি বায়নৰ কবিতাই। মন আৰু হৃদয়ক তেওঁ ভালদৰে চিনি পায়। সেয়ে তেওঁ কয়,

"যাৰ ঘৰ নাই তেওঁলোক অঘৰী নহয়
যেতিয়ালৈ বুকুৰ ভিতৰত থাকে একোখনি ঘৰ।"

গ্ৰাম্য জীৱন আৰু শুৱনি ৰূপে কবিক মোহিত কৰাৰ লগতে গৌৰৱান্বিত কৰি তোলে।

"মোৰ গাঁৱত এতিয়া ৰ'দৰ বতৰ
পথাৰত জীপ নাই
গছৰ ছায়াত তাছ খেলি
গাঁৱৰ ল'ৰাই দেখিছে সপোন
এজাক বৰষুণ আহিব।"

*   *   *   *

"চৰজমিন কৰি চালে
মোৰ গাঁৱত আপুনি সেউজীয়া দেখিব



নঙলা মুখত বৈ দিলে সন্ধিয়া
চোতালৰ সাধু শুনিবলৈ পাব
ইস্কুলৰ পাঠপঢ়া কণ ল'ৰাৰ সুৰত
'আমাৰ গাওঁ' খনিক
অতিকে শুৱনি দেখিব।"

পৰম্পৰা আৰু জাতীয় চৈতন্য তথা ঐতিহ্যৰ প্ৰতি মনহৰি বায়নৰ দৃষ্টি আছে। মূল শিপাৰ খোপনিৰ দৃঢ়তাৰ ইন্দ্ৰিয়বোধৰ বাবেই 'আপোনাক নিমন্ত্ৰণ জনাইছোঁ' কবিতাত তেওঁ কৈছে,

"আপুনি যিদিনা আহিব
খালি পেটে আহিব
মূৰত হাতফুৰাই
পাৰ্য্যমানে আপ্যায়ন কৰিম
গুটি ধানেৰে পূৰাই দিম পেট
আপুনি হয়তো ভাবিব পাৰে
দুখীয়া কবিৰ ঘৰত মোৰ কি কাম
হে দয়ালু পথিক
মোৰ ঠিকনাৰে সোমাই আহক
ঘৰৰ ফুলবাৰীত নিৰলে কথা হ'ম।'

ৰোমাণ্টিকতাৰ উষ্ম শিহৰণে বায়নৰ কবিতাক উমাল কৰি তুলিছে। এই ধৰণৰ কবিতাবোৰৰ মাজত এক ৰমন্যাসিক আৱেশ অনুভৱ কৰা যায়।

"মৌন যদিও শান্তিৰ সমাধিত
কলিজাৰ উকা বেদনাৰে
স্মৃতিৰ বাগিচাত ফুল হৈ থাকিবা ফুলি।"

*   *   *   *   *

"স্মৃতিৰ কিছু বৰ্ণমালা এৰি থৈ
তুমি কঢ়িয়াই নিলা হুমুনিয়াহ
প্ৰেম নে ভ্ৰম এয়া সঠিককৈ মই নাজানো
তুমি যে এতিয়া দূৰৈৰ পৰ্বতমালা।"

তেওঁৰ কবিতাত সঘনে ব্যৱহৃত হোৱা ৰংটো হৈছে সেউজীয়া। তেওঁৰ

'লীনা দুৱৰাক লগ পোৱা যাবনে' কাব্যপুথিয়ে হৃদয়-ফলিত আঁকি দিয়ে প্ৰেমভৰা তৃপ্তিৰ স্কেচ।

চিৰ সেউজীয়া গ্ৰাম্য-প্ৰকৃতিৰ ছবি আঁকিছে বহুকেইগৰাকী অতি-সাম্প্ৰতিককালৰ কবিয়ে। লোহিতকুমাৰ বৰাৰ 'উষা' তেনেধৰণৰ এটি কবিতা।

"ধুমুহা এনেকৈয়ে আহে. পাৰ হয় এনেকৈয়ে
বৰ্ষা আক্ৰান্ত ৰাতি
গঞ্জাৰ আতাহত জোঁৰ বাতিৰ পোহৰেৰে
যেতিয়া আঁতৰ হয় বন্য হাতীৰ পাল
পুৱা সূৰ্য্য সাৰ পায় পথাৰে পথাৰে কেৱল
সোণ সোণোৱালী শইচ।"

চিৰ পৰিচিত গাঁৱৰ সৌন্দৰ্য্যক পাহৰিব পৰা নাই ইন্দ্ৰেশ্বৰ বৰাই। তেওঁৰ কবিতাত আৱদ্ধ মন পৰশা গাঁৱৰ চিত্ৰ এখন—

"মেনী ম'হৰ শিং আৰু
কপিলী গাইৰ চালৰ বেবনিত
নাচনীজনীয়ে খোপাত কপৌফুল
গুজিলে কি নুগুজিলে
নাহৰ কেতেকী চম্পা তগৰহঁতৰ
মৰম আকলুৱা চাৱনিত
বলিয়া হ'ল বতাহ।"

উপনিষদৰ ঋষিসকলৰ মনত সৃষ্টি-ৰহস্য সম্পৰ্কে, আত্মতত্ত্ব বা ব্ৰহ্মতত্ত্ব সম্পৰ্কে, মানৱ জীৱনৰ সৰ্বোত্তম মঙ্গল সম্পৰ্কে, নানান প্ৰশ্নৰ উদয় হৈছিল। তেওঁলোকে শান্ত সমাহিত চিত্তৰে ধ্যানত মগ্ন হৈ তেনে বহু প্ৰশ্নৰ উত্তৰো বিচাৰি পাইছিল। 'আকৌ উপনিষদ' কাব্যপুথিৰ একুৰি চৈধ্যটা কবিতাৰ মাজতো মঞ্জু লস্কৰে নাৰী সত্তা, প্ৰকৃতি, প্ৰেম, সপোন, স্মৃতি, বাস্তৱ, জীৱন আৰু সময় সম্পৰ্কীয় বিভিন্ন উপলব্ধিৰ প্ৰকাশ ঘটাইছে, মনত উদিত হোৱা প্ৰশ্ন উত্থাপন কৰি ৰহস্যৰ ভেদ ভাঙিবলৈ প্ৰয়াস কৰিছে। এইবোৰৰ উপৰিও ৰোমাণ্টিক আৱেশ আৰু ৰহস্যময়তাই মেৰিয়াই ৰাখিছে কবিতাৰ দেহ।



ৰোমাণ্টিক যুগৰ কবিৰ দৰেই তেওঁ অতীতৰ প্ৰতি শ্ৰদ্ধাশীল। তেওঁৰ কবিতাৰ ব্যঞ্জনা বুজিবলৈ যেনেদৰে এটি চিন্তাশীল উপলব্ধিৰ প্ৰয়োজন, একেদৰেই কবিগৰাকীক ভালপাবলৈ প্ৰয়োজন অতীতৰ ফচিলৰ প্ৰতি গাঢ় অনুভূতিৰ। তেওঁ অতি স্পষ্টভাৱেই হৈছে,

"মোক উপলব্ধিৰ সাতখলপীয়া জখলাৰে বগাই বৰণ কৰিবলৈ
আহোঁতে
মোৰ আইতাৰ ফচিলক
স্পৰ্শ কৰি চোৱা;
চোৱা, আইতালৈ উভতি
মই বৰণ কৰিবলৈ তোমাক
তোমাৰ চকুত চাব খোজা
সেই ৰশ্মি;"

কবিৰ ধমনীত প্ৰৱাহিত হৈ আছে এক নষ্টালজিক চেতনা। সেয়েহে আইতাৰ জিঞ্জিৰিৰ ধ্বনি চিনি পোৱাৰ লেখীয়াকৈ ধোঁৱা চাঙত ওলমি থকা ধোঁৱাখোৱাৰ নলিচাত তেওঁ দেখিবলৈ পাইছে জামু বৰণীয়া দুখনি ওঁঠৰ চাপ। বনৰীয়া হাঁহজাকৰ দৰে বনাই ফুৰা জোনাকবোৰ তেওঁ ভালপায়। আশীৰ্বাদ আৰু অভিশাপেৰে পৰিপূৰ্ণ নদীখনক তেওঁ ৰহস্যময়ী হিচাপে কবিতাৰ বুকুত উপস্থাপন কৰিছে। তীব্ৰ ৰোমাণ্টিক অনুভূতিৰে তেওঁৰ কবিতা অনুৰঞ্জিত। তেওঁৰ প্ৰেম নিমগছৰ তিতাৰ সমানে মিঠা। কবিয়ে বিচাৰে দেওলগা হাঁহিত ভীমকল বঢ়াদি প্ৰেম বৃদ্ধি হওক। প্ৰেমৰ বাবেই তেওঁ উপলব্ধি কৰে বসন্তৰ উপস্থিতি।

"বতাহত কদমৰ গোন্ধ
ৰাই জাই কৰা
কৃষ্ণচূড়াৰ ৰঙা মেঘ
ক'ত থওঁ ভৰি?
ক'ত থওঁ ভাগৰ?"

বসন্তৰ ছবিখন তেওঁ আঁকিছে এনেদৰে,

আঙুলি বাঁহী হ'ল

ওঁঠ দুটি হ'ল
ফুলৰ পাহি
পৃথিৱীত সেউজীয়া গান।”

মঞ্জু লস্কৰৰ কবিতাত ব্যৱহৃত 'সুমথিৰা বৰণীয়া আবেলি', 'সোণালী আশীৰ্বাদ', 'চপাপতীয়া আৰু মেজাঙ্কৰি গাঁঠৰি গাঁঠৰি', 'মনিয়ৰি মাছটোৰ দৰে', 'ভীমকল বঢ়াদি অনুপল','প্ৰতীক্ষাৰ ব্যতিক্ৰম প্ৰণালী', 'পৃথিৱীত সেউজীয়া গান', 'আঘোণৰ নৰাই চুমা খাই' আদি বাক্যাংশই নতুনত্বৰ বোকোচাত উঠি ৰোমাণ্টিকতাৰ ফাকুগুৰি ছটিয়াইছে।

ৰোমাণ্টিক বিষাদ গ্ৰস্ততা দেৱপ্ৰসাদ তালুকদাৰৰ কবিতাতো বিদ্যমান। এই বিষাদ স্বপ্নভঙ্গৰ বিষাদ। সপোন দেখাটো এটা বিলাস আৰু বিলাসৰ মাজতে লুকাই আছে বিশাদগ্ৰস্ততা। 'নিহত প্ৰাণৰ সুৰ'ৰ মাজেদি কল্পনাৰ পাখি মেলি উৰি অহা বিষাদ অতি স্পষ্ট।

“আলিবাটৰ সিটো পাৰৰ
কিছু আঁতৰৰ সৰু টিলাটোৰ
গাতে লাগি থকা সৰু গাঁওখনৰপৰা
ক'ৰবাত হেৰাই পোৱা সুৰটো বাজি উঠাৰ আশাত
দুখবোৰ নিচুকাই
সপোনৰ দুৱাৰ খুলি
বাটচাই আছিলোঁ।”

* * * *

ৰাতিপুৱা দেখিলো এটি সমদল
টিলাটোৰ নামনিৰে বৈ যোৱা
নৈখনৰ পাৰৰ শ্মশানৰ পিনে।”

অমৃত বসুমতাৰীয়ে এজাক বৰষুণ হোৱাৰ বাসনাৰে নব্য ৰমন্যাসিকতাৰ জয়গান গাইছে। প্ৰকৃতিৰ স'তে গঢ় লৈ উঠা এক নিবিড় সম্পৰ্কই তেওঁক কৰি তুলিছে প্ৰকৃতি প্ৰেমী।

“সাজ লাগিলেই নিতৌ পদুলীমুখৰ ওখ গছ জোপাত



ডালভৰি পৰেহি চিনাকি চৰাইৰ জাক।
সাতাম পুৰুষীয়া এই গছ জোপাৰ তলতেই
টাংগুটি কচুগুটি খেলাৰ দিনৰেপৰা
মোৰ মনত পৰে
সিহঁতক এনেকৈ দেখাৰ কথা।”

ড° পূৰ্ণ ভট্টাচাৰ্য্যৰ কবিতাত মানৱতাৰ অৱক্ষয়, সামাজিক চেতনা পৰিস্ফুট হ'লেও তাৰ মাজতো ফুটি ওলাইছে প্ৰকৃতিৰ নান্দনিক সৌন্দৰ্য্য। 'তুলসী জহাৰ গোন্ধ' কবিতাটিৰ দুফাঁকিমান উল্লেখ কৰা হ'ল।

“বুকুৰ পদূলি পথাৰত শাওণতে ৰুই থ'লে সময়ে
দুগছি তুলসী জহা।
মেঘমল্লাৰ বৰষুণজাকৰ কোমল পৰশত
হালি-জালি, নাচি-বাগি বাঢ়িলে লহ্‌পহ্‌কৈ।
- - - - - - - - - - - - - - - - - - -
জিৰ্ জিৰ্‌কৈ অহা বতাহ এজাকে কোবাইছে
আহিনমহীয়া গাভৰু কোমল লৱণু গা
কেঁচা জোনটোৰ বেঁকা চকুৰ পতাত কঁপিছে।
নিজানপৰীয়া ঘাটৰ মাছ।”

* * * * * *

“পলসুৱা মাটিত তিয়াই থৈছো পোহৰ
বৰষুণত তিতক সোণাৰুফুলীয়া বাট
ভঁৰাল ভৰি উপচি পৰক
তুলসী জহাৰ গোন্ধ।”

আৱেগ যেতিয়া পোনপটীয়া হয়, তেতিয়া তাক সকলোৱে বুজিপায়; কিন্তু কল্পনা, প্ৰতীক, ব্যঞ্জনাৰ মাজেদি সৰকি আহিলে সেয়াই হে উঠে সংহত। ড° ভট্টাচাৰ্য্যৰ কবিতাত ফুটি উঠা প্ৰাকৃতিক সৌন্দৰ্য্য আৰু আৱেগো কল্পনাময়ী হৈ প্ৰতীক, ব্যঞ্জনাৰ যোগেদি অধিক সংহত হৈ পৰিছে।

লুট্‌ফা হানুম ছেলিমা বেগমৰ কবিতাত ৰোমাণ্টিক উচ্ছাস সেউজীয়া

হৈ প্ৰকাশিত হয়। অৰ্থবহ কবিতাৰ মাজতো এই উচ্ছাস লক্ষ্যণীয়।

"এনেকৈ যে ঘূৰি ফুৰা তুমি
চৰায়ে পালে নি তোমাক
বাহ সাজিবগৈ
পখিলাই পালে তোমাক
ফুলক সোধাবগৈ
- - - - - - - - - - - - - - - - -
বাৰিষাৰ বৰষুণে পালে
বানৰ বোকোচাত তুলি দিবগৈ
কি কৰিবা তেতিয়া তুমি
গছৰ শুকান ডালত কেনেবাকৈ
ওলমি ৰলে তুমি
সেউজীয়াই উচুপি থাকিব চিৰকাল।"

একাঁজলি প্ৰেমৰ কবিতাৰে মধুছন্দা শইকীয়াই প্ৰণয়ৰ শুভবাৰ্তা বিলাইছে। প্ৰেয়সীৰ মাজতে তেওঁ আৰোপ কৰিছে ব'হাগ বা বসন্তৰ ৰূপ।

"আচলতে মোৰ বাবে
ব'হাগ বা বসন্ত বুলি
বেলেগ একো নাই,
তোমাৰ কপালৰ
সেন্দূৰীয়া ফোঁটটিয়ে
যেতিয়া প্ৰাণখুলি হাঁহে,
তোমাৰ কঁকালৰ
আলসুৱা ৰিহাখনিয়ে
যেতিয়া হালি-জালি নাচে
বতাহৰ স'তে,
তেতিয়াই মোৰ বাবে ব'হাগ
বা তেতিয়াই বসন্ত।"

ৰাজীৱ বৰাৰ কবিতাতো ভাঁহি উঠিছে বিষন্নতাৰ চামনি। 'নিঃসঙ্গতাৰ



আধাৰশিলা-খুটিত' প্ৰেমিকাৰ মুখ দেখি কবি যেন বিষাদগ্ৰস্ত হৈ পৰিছে। কবিতাৰ ভাঁজত বিষন্নতাৰ ছবি এনেধৰণৰ—

"বিষন্ন বৰষুণ আৰু ব'হাগৰ কৃষ্ণছায়া এসন্ধ্যা
কাজিলা সানি মূৰ দুপিয়াইছে পাতবোৰে
থেকেচি ভাঙি খিৰিকীৰ কাঁচ তোমাক বিচাৰি গ'ল
ধুমুহা এজাক
নিঃসঙ্গতাৰ আধাৰশিলা-খুটিত ওলমি থাকিল তোমাৰ মুখ।
আকালেই ভাল উপচি থাকে কবিতাৰ ভঁৰাল
নদীৰ কবিতা লেখোঁ প্ৰেমৰ চাপৰিত পাম
একেটা মোনাতে ভাৰবে ফুৰোঁ নাম আৰু বদনাম।"

প্ৰেমৰ চাপৰিত পাম পাতি নদীৰ কবিতা লিখা কবিগৰাকীয়ে 'হিয়াজুলিত মাজুলী'ৰ বতৰা দিছে। প্ৰকৃতিৰ প্ৰতি থকা এয়া যেন প্ৰথম প্ৰেমৰ পৰিচয়।

"আমি চাপৰিয়াল।
শৈশৱতে নৈৰ লগত প্ৰথম প্ৰেম আশ্চৰ্য আৰু সহজাত
প্ৰীতিৰে
নিৰাভৰণ শৰীৰে স্পৰ্শ কৰি নৈৰ ওঁঠ বুকুত ভাৰ বান্ধো
ব্ৰহ্মপুত্ৰৰ অম্ল-মধুৰ চেতনাৰে আজীৱন আমি চাপৰিয়াল।
নৈয়ে ভাঙে নতুন মথাউৰি বাৰে বাৰে আমি বন্ধাও হৃদয়ৰ
পাৰ
প্ৰেমেৰে সাহসেৰে পলসেৰ বালিয়ে আমাৰ মৃত্যুঞ্জয়ী শিপা
অভিযোজনৰ মন্ত্ৰধ্বনি ৰ'দে-বৰষুণে নৈৰ চুলিত সেওঁতা
মেলা নাও।"

নৈয়ে ভঙা মথাউৰিৰ দৰে কবিৰো সাহস আছে হৃদয়ৰ প্ৰেমক জীয়াই ৰাখিবলৈ।

তৰুণ কবিসকলৰ বেছিভাগেই শৈশৱক বিচাৰি অতীতলৈ ধাৱমান হৈছে। ৰোমান্টিকতাৰ সেই অতীতপ্ৰীতি নব্য ৰোমান্টিকতাৰ পদূলিতো উপচি পৰিছে। চামচুল হকৰ 'হাঁহিলেও পীড়ণ, কান্দিলেও শাসন, গৰুৰ খোৱাৰৰ দৰে সময় কাৰণ' কবিতাফাঁকিত ফুটি উঠিছে অতীতপ্ৰীতি। অতীতৰ প্ৰতি আকৃষ্ট হৈয়ে মাখন কলিতাই লিখিছে,

"যৌৱন, কৈশোৰ, শৈশৱ আৰু আইৰ গৰ্ভৰ মাজেদি
উজাই গৈ গৈ
মোৰ যে বৰ মন গৈছে
সত্তা আৰু প্ৰেমেৰে শংকাহীন
উদ্বিগ্নতাহীন মুক্ত স্থিতিলৈ
উৰু নুৰু কৰা দেহাটোক লৈ যাবলৈ
য'ত দিনবোৰ এতিয়াৰ দৰে নাছিল।"

এনেদৰেই বহু নতুন কবিৰ হাতত সৃষ্টি হৈছে নব্য ৰোমাণ্টিকতাপূৰ্ণ কবিতাৰ। এইখিনিতে হয়তো প্ৰশ্নৰ উদয় হ'ব পাৰে—এই নতুন কবিসকলৰপৰা আমি প্ৰকৃততে কি বিচাৰোঁ? আমি কি আশা কৰিব পাৰোঁ? আমাৰ এই প্ৰত্যাশাৰ স্বৰূপ কেনেধৰণৰ? এটা কথা ঠিক যে যিকোনো ক্ষেত্ৰতে আমি প্ৰাচীন শিপাডালৰ কথা জানিব লাগিব। কিন্তু তাক খামোচ মাৰি ধৰি থাকিলে নহ'ব। তেনে কৰিলে সি গতি হেৰুৱাবলৈ বাধ্য হ'ব। প্ৰত্যাশাৰ স্বৰূপৰ কথা ক'বলৈ গৈ মুষ্টিমেয় যিকেইগৰাকী অতি-সাম্প্ৰতিককালৰ কবিৰ কবিতাৰ নব্য ৰমন্যাসিকতা সম্পৰ্কে আলোচনা কৰা হ'ল, তাত দেখা গ'ল যে গ্ৰাম্য জীৱন আৰু প্ৰকৃতি আৰু বিষাদবোধক লৈয়ে তেওঁলোকে বেছিভাগ কবিতা ৰচনা কৰিছে। তেওঁলোকৰ প্ৰকৃতিপ্ৰীতি এক স্বাভাৱিক আকৰ্ষণ। কিন্তু কিহৰ বাবে কবিসকল ইমান বিষন্ন? ৰোমাণ্টিক বিষাদগ্ৰস্ততাই যেন তেওঁলোকৰ অনুভূতিক আচ্ছন্ন কৰি ৰাখিছে। কবিসকলৰ সন্মুখত উজ্জ্বল ভৱিষ্যতৰ ৰেঙনি নাই নেকি যাৰ বাবে তেওঁলোক অতীতৰপ্ৰতি ধাৱমান হ'বলগীয়া হৈছে? ৰোমাণ্টিক যুগৰ কবিসকলে যি সময়ত কবিতা ৰচনা কৰিছিল, সেই সময়ত অসমীয়া ভাষা-সাহিত্যৰ উন্নতি আৰু প্ৰসাৰৰ ক্ষেত্ৰত বিশেষ মনোযোগ দিয়াৰ প্ৰয়োজন হৈছিল। ১৮৮৯ চনৰ পৰা ১৯৪০ চনলৈকে সাহিত্যত পৰিৱৰ্তনে দেখা দিয়াৰ দৰে শিক্ষা, ৰাজনীতি, সমাজনীতি, আদৰ্শ আদি সকলো ক্ষেত্ৰতে পৰিৱৰ্তনৰ সূচনা হ'ল। সময়ৰ গতিৰ লগে লগে মানুহৰ ৰুচিৰ পৰিৱৰ্তন হ'ল। ফলত জীৱনৰ মূল্যবোধ সলনি হৈ গ'ল। শিক্ষাৰ জগতখনত প্ৰতিযোগিতাই মুখ্য ভূমিকা গ্ৰহণ কৰিলে। মানুহৰ প্ৰতি মানুহৰ দায়বদ্ধতা যেন কিছু কমি আহিল। মানুহ গাইগুটিয়া হ'বলৈ ধৰিলে। ফলত সমাজৰ প্ৰতি দায়বদ্ধতাৰ কথাটো



কবিসকলৰ বাবে হয়তো গৌণ হৈ পৰিল। সেয়ে তেওঁলোকে নব্য-ৰোমাণ্টিকতাৰ আশ্ৰয় লৈ কাল্পনিক দিশটোৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থ, ক'লৰিজ আদিয়ে কবিতাত কল্পনাৰ ওপৰত গুৰুত্ব প্ৰদান কৰি গৈছে। ৱৰ্ডছ্‌ৱৰ্থে কল্পনা অৰ্থাৎ imagination আৰু fancyৰ মাজত পাৰ্থক্য বিচাৰি পাইছে। এই সম্পৰ্কত ত্ৰৈলোক্যনাথ গোস্বামীয়ে 'নন্দনতত্ত্ব' গ্ৰন্থত লিখিছে, '.....এই পাৰ্থক্য স্পষ্ট নহয়। ৰেনে ওকেলেকে কয় যে ৱৰ্ডছ্‌ওৱৰ্থে ব্যৱহাৰ কৰা মতে কল্পনাৰ অৰ্থ মূলতঃ অষ্টাদশ শতাব্দীত ব্যৱহৃত হোৱা চিত্ৰসমূহৰ স্মৰণ আৰু তাৰ সংযোগৰ মাজতে সীমিত। কিন্তু ১৮১৫ চনত ছপোৱা কবিতাৰ পাতনিত হ'লে এই দুটা মানসিক বৃত্তিৰ পাৰ্থক্য স্পষ্ট হৈ উঠিছে। British Synonyms Discriminatad নামৰ পুথিত ১৮১৩ চনতে উইলিয়াম টেইলৰে লিখিছিল যে ইন্দ্ৰিয়লব্ধ অভিজ্ঞতাৰ ধাৰণাৰ স্পষ্টৰূপত নকল কৰা কাৰ্য্যৰ অনুপাতৰ ওপৰতে মানুহৰ কল্পনাশক্তিৰ পৰিচয় পোৱা যায়। ই এনে এটা মানসিক বৃত্তি যি বৃত্তিয়ে মনৰ ভিতৰতে অভিজ্ঞতাৰ চিত্ৰৰূপ দান কৰে। আনহাতে এজন মানুহৰ ফেন্সিৰ শক্তি নিৰ্ভৰ কৰে অনুপস্থিত বস্তু-সমূহৰ আদৰ্শমূলক প্ৰতিনিধিত্ব কৰিব পৰা মানসিক চিত্ৰৰ, স্মৰণ সংযোগ আৰু মিলনৰ ক্ষমতাৰ অনুপাতৰ ওপৰত। ধীৰ পৰ্য্যবেক্ষণৰ ফল হ'ল কল্পনা।; কিন্তু মনৰ দৃশ্য পৰিৱৰ্ত্তন কৰা কাৰ্য্যৰ মাজত ফেন্সিৰ ক্ৰিয়া কল্পনা যিমানেই সঠিক হয়, সিমানেই চিত্ৰশিল্পী নাইবা কবি এজনে বস্তুৰ উপস্থিতি নোহোৱাকৈয়েই ছবি আঁকা নাইবা বৰ্ণনা কাৰ্য্য কৰিব পাৰে। ফেন্সি যিমানেই উৰ্বৰ হয় সিমানেই বেছি মৌলিক আৰু মনোৰম দৃশ্য-সংযোজনা হ'ব।" তৰুণ কবিসকলে এই দিশটোৰ প্ৰতি সচেতন হোৱা দৰ্কাৰ। প্ৰকৃতিৰ মাজত তেওঁলোকে দেখিবলৈ পাইছে হৃদয় জুৰোৱা সৌন্দৰ্য্য, বিচাৰি পাইছে এধানি শক্তিৰ আশ্ৰয়। জীৱনৰ কঠোৰ সংগ্ৰাম, ন্যায়ৰ পতন আদিয়ে এই কবিসকলক বাৰুকৈয়ে যেন অস্থিৰ কৰি তুলিছে। কবিতাৰ বুকুত এইবোৰৰ মুখামুখি হ'বলৈ ইচ্ছা নকৰি তেওঁলোকে নিজাববীয়াকৈ সৃষ্টি কৰি লৈছে একোখনি মনোৰম কাল্পনিক জগত। সেইখন জগতত বাস কৰি তেওঁলোকে উভতি চাইছে অতীতলৈ, বিমুগ্ধ নয়নেৰে উপভোগ কৰিছে শস্যৰ পথাৰ, গ্ৰাম্য জীৱনৰ সৌন্দৰ্য্য। অৱশ্যে কেতিয়াবা কোনোজন কবিয়ে বাস্তৱ আৰু কল্পনাৰ

দোদুল্যমান অৱস্থাত পৰি অন্তৰ্দ্বন্দ্বত ভুগিছে। ফলত আনন্দদায়িনী প্ৰেমো হৈ পৰিছে বিষাদৰ কাৰণ। নিঃসঙ্গতাকো তেওঁলোকে এৰাই চলিব পৰা নাই। এই তৰুণ কবিসকলে এনে পৰিস্থিতিত কবিতা ৰচনা কৰোঁতে সৰল বাক্য ব্যৱহাৰ কৰিছে; প্ৰয়োগ কৰিছে ঘৰুৱা শব্দ, চিনাকি অথচ নতুন নতুন উপমা। কলাকৌশলত নতুনত্ব, প্ৰতীক আৰু ব্যঞ্জনাতো নতুনত্ব প্ৰদানৰ চেষ্টা পৰিলক্ষিত হয়। পাঠকৰ স'তে এক পোনপটীয়া সম্পৰ্ক স্থাপনত তৰুণ কবিসকল আগ্ৰহী। জীৱনৰ জটিলতা আৰু পৃথিৱীৰ বিচিত্ৰতাৰ মাজত বাস কৰা আজিৰ পাঠকেও বিচাৰে কবিৰ সৰল অভিব্যক্তি। প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু গ্ৰাম্য জীৱনৰ সৰলতা, শস্যসম্ভৱা পথাৰৰ সুগন্ধই তেওঁলোকক গভীৰভাৱে আকৃষ্ট কৰে। সেয়ে নব্য-ৰোমাণ্টিকতাপূৰ্ণ কবিতাই পাঠকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। কেৱল সেয়ে নহয়, জনজাতীয় কৃষ্টি, সংস্কৃতি, লোককথা, লোকবিশ্বাসক কেন্দ্ৰ কৰি তৰুণ কবিসকলে ৰচনা কৰা কবিতাসমূহৰ মাজতো পাঠকে বিচাৰি পাইছে সাহিত্যৰ ৰস আৰু আনন্দ লাভৰ সমল। মুঠতে নব্য-ৰোমাণ্টিকতাই অতি সাম্প্ৰতিককালৰ কবিতাক এক বিশেষ মাত্ৰা প্ৰদান কৰিছে। তৰুণ কবিসকলৰ কবিতাৰ মাজত নিহিত হৈ আছে অসমীয়া কবিতাৰ ভৱিষ্যত। এই ভৱিষ্যত পাঠকৰ বহু প্ৰত্যাশাৰে পৰিপূৰ্ণ। এই প্ৰত্যাশাৰ স্বৰূপ নিৰ্ণায়িত হ'ব কবি আৰু পাঠকৰ সম্পৰ্কৰ জৰিয়তে।

'এশ বছৰৰ অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা' শীৰ্ষক গ্ৰন্থখনিৰ আলোচনাংশত এই কথা প্ৰতীয়মান হয় যে ৰোমাণ্টিক ধাৰাটোৱে অসমীয়া কবিতাৰ সৃষ্টি, প্ৰতিষ্ঠা, প্ৰসাৰ আৰু জনপ্ৰিয়তাৰ ক্ষেত্ৰত বিশেষ অৰিহণা আগবঢ়াইছে। ৰোমাণ্টিক ধাৰাটোৱে অসমীয়া কবিতাক গুৰিৰপৰা আগলৈকে আৱৰি আছে। হয়তো অসমীয়া কবিতাত এই ধাৰাটো নিশ্চিহ্ন হৈ নোযোৱাকৈ কম-বেছি পৰিমাণে প্ৰৱহমান হৈ থাকিব। অসমীয়া কবিতাৰ অস্তিত্ব যিমান দিনলৈ থাকিব, ৰোমাণ্টিক যুগ আৰু ৰোমাণ্টিক কবিতাৰ উল্লেখ হৈয়ে থাকিব।

গ্ৰন্থখনিৰ গোটেই কথাখিনি পাঁচোটা অধ্যায়ত বিভক্ত কৰি দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। 'প্ৰাক্‌কথা'ত অসমীয়া কবিতাৰ বুৰঞ্জী সম্পৰ্কে কোৱা হৈছে। অসমীয়া কবিতাৰ বুকুলৈ নামি অহা পৰিৱৰ্তন সম্পৰ্কে 'পৰিৱৰ্তনৰ ঢৌ' নামৰ অধ্যায়টিত দাঙি ধৰা হৈছে। অসমীয়া কবিতাৰ এই পৰিৱৰ্তন



অনুভূতিৰ পৰিৱৰ্তন, চিন্তা-ধাৰা পৰিৱৰ্তন। 'নতুন ধাৰাৰ আগমন'ৰ লগে লগে অসমীয়া কবিতাই বিশালতাক আদৰি ল'লে। বিভিন্ন বাদৰ প্ৰভাৱৰ ফলত কবিতাৰ বিষয়বস্তু, কলাকৌশলত নতুনত্ব আহি পৰিল। সামাজিক প্ৰেক্ষাপটে এচাম কবিক নষ্টালজিক হ'বলৈ উদ্বুদ্ধ কৰিছে। ৰোমাণ্টিক যুগ অসমীয়া কবিতাৰ এক স্বৰ্ণখচিত যুগ। এই যুগৰ কবি আৰু কবিতাৰ ৰোমাণ্টিক ধাৰাৰ বৰ্ণনাৰে সজাই তোলা হৈছে 'সাময়িক গতি আৰু প্ৰকৃতি' অধ্যায়টি। অসমীয়া কবিতাত নব্য-ৰমন্যাসিকতাৰ উদ্ভৱ এক উল্লেখনীয় দিশ। অতি-সাম্প্ৰতিককালৰ কবিৰ কবিতাত প্ৰকাশ পোৱা নব্য-ৰমন্যাসিকতাই অসমীয়া কবিতাৰ ধাৰাত এক নতুনত্ব প্ৰদান কৰিছে। এই সম্পৰ্কীয় কিছু আলোচনাৰ মাজেদি অসমীয়া কবিতা সম্পৰ্কত প্ৰত্যাশাৰ স্বৰূপ দাঙি ধৰা হৈছে।

এজন কবিয়ে কবিতা ৰচনা কৰি নিজে আন্তৰিক আনন্দ লাভ কৰাৰ লগতে পাঠককো সেই আনন্দৰ ভাগ প্ৰদান কৰে। এইফালৰপৰা এজন কবি এক আনন্দ সঞ্চাৰী শক্তি। ৱৰ্ডছ্‌ৱৰ্থৰ মতে, "Every great poet is a teacher; I wish either to be considered as a teacher or as nothing", প্ৰকৃততে ৱৰ্ডছ্‌ৱৰ্থে ভবাৰদৰে প্ৰত্যেক মহৎ কবিয়েই একোগৰাকী শিক্ষকৰ দৰে শিক্ষা প্ৰদান কৰিব পাৰে। এখন সচেতন সমাজ, সৌন্দৰ্য্যময় ভাৱনা আৰু শান্তিপূৰ্ণ পৰিৱেশেৰে আৱৰা পৃথিৱীত তৰুণ কবিসকলৰ দায়িত্ব কোনো গুণে কম নহয়। ৰোমাণ্টিক যুগৰ কবিসকলে অতীন্দ্ৰিয় প্ৰেমৰ সন্ধান দিছে কবিতাৰ মাজত। তেওঁলোকে ব্যক্তিগত প্ৰেমৰ কথা কৈছে যদিও বহুতৰে ক্ষেত্ৰত সেই প্ৰেম আধ্যাত্মিক প্ৰেমলৈ উন্নীত হৈছে। টেনিচনে মত প্ৰকাশ কৰি গৈছে,প ইন্দ্ৰিয়ধৰ্মী প্ৰেম মানুহৰ চাৰিত্ৰিক অশান্তিৰ কাৰণ; আধ্যাত্মিক প্ৰেমৰ মাজতহে জীৱনৰ প্ৰকৃত শান্তি আৰু সৌন্দৰ্য্য লুকাই থাকে। কবিতাৰ মাজত তেওঁৰ সেই মনোভাৱৰ প্ৰকাশ ঘটিছে এনেদৰে,

And most of the world I flee from the
cruel madness of love;
The honey of goison flowers and
all the measureless ill."

তৰুণ কবিসকলৰ ব্যক্তিগত প্ৰেম আধ্যাত্মিক প্ৰেমলৈ উন্নীত হোৱাৰ নজিৰ নাই। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ চাপত পৰি আধ্যাত্মিক দিশটোৰ প্ৰতি

কবিসকলৰ দৃষ্টি হয়তো চেগাচোৰোকা হৈছে। হয়তো কবিসকল অতিশয় বাস্তৱবাদী হৈ পৰিছে। কিন্তু সেয়া হ'লেও জীৱন তথা পৃথিৱীৰ ৰঙীণ দিশটোৰ প্ৰতি তেওঁলোক আকৃষ্ট নোহোৱাকৈ থকা নাই। ৰোমাণ্টিকতাৰ প্ৰতি এটা সময়ত যি বিদ্ৰোহী মানসিকতা গঢ় লৈ উঠিছিল, সেই মানসিকতাৰ প্ৰতি অতি-সাম্প্ৰতিক কালৰ কবিসকল লাহে লাহে উদাসীন হৈ পৰিছে। সেয়ে তেওঁলোকৰ কবিতাৰ মাজেদি মুকুলিত হৈছে নব্য-ৰোমাণ্টিকতাৰ সেন্দুৰীয়া বাট। ফলত আধুনিক অসমীয়া কবিতাৰ ৰোমাণ্টিক ধাৰাটো এৰা-ধৰাকৈ প্ৰৱহমান হৈ আছে।

❑❑❑

# এশ বছৰৰ অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা




অসম সাহিত্য সভা